# গোৱালপৰীয়া সংস্কৃতি

লেখক
মোঃ আব্দুল গফুৰ



বীণা লাইব্ৰেৰী
গুৱাহাটী-১ অসম

'Goalpariya Sanskriti' A compilation of a number of narrative articles with regard to the Goalpariya culture written by Md Abdul Gaffur M A B T and published by Santi Ranjan De the owner of the Bina Library Panbazar Guwahati

---

প্ৰকাশক :
শ্ৰীশান্তিৰঞ্জন দে
বীণা লাইব্ৰেৰী
গুৱাহাটী-১

বেটুপাত শিল্পী :
শ্ৰীশান্তিৰঞ্জন দে,
চাপৰ

প্ৰথম প্ৰকাশ : ২০০০

মূল্য : ৫০.০০ টকা

মুদ্ৰণ :
শ্ৰীমানিকলাল ভট্টাচাৰ্য
গৌৰী প্ৰেছ
২এ কেদাৰ দত্ত লেন
কলিকতা-৭০০ ০০৬

## উচৰ্গা

যি গৰাকী মহান ব্যক্তিৰ মৰম-চেনেহত প্ৰতিপালন হৈ গ্ৰন্থাৰে আবৰা ধৰাখনিত সাবধানেৰে বাটকুৰি বাবলৈ অনুপ্ৰেৰণা পালোঁ যাৰ অতুলনীয় ত্যাগৰ বিনিময়ত মোৰ জ্ঞান চক্ষু মুকলি হবলৈ পালে, সেই গৰাকী পৰম শ্ৰদ্ধাভাজন আব্বাজান মৰহুম হাফেজুদ্দিন আহমেদৰ পবিত্ৰ স্মৃতিত।

# ভূমিকা

গোবালপাৰা জিলাৰ সংস্কৃতিৰ ওপৰত এখন পূৰ্ণাঙ্গ পুথি জিলা সাহিত্য সভাৰ তৰফৰ পৰা লিখি উলিওবাটো অবিভক্ত গোবালপাৰা জিলা সাহিত্য সভাৰ এক দীৰ্ঘদিনীয়া প্ৰস্তাৱ আছিল। জিলা সাহিত্য সভাৰ শেষৰ কাৰ্য্যকাল ছোবাতে প্ৰস্তাব গ্ৰহণ কৰি কিতাপখন 'গোবালপৰীয়া সংস্কৃতি" নামকৰণেৰে লিখি প্ৰকাশ কৰিবলৈ যতপৰনাস্তি চেষ্টাৰে সূচীপত্ৰখন প্ৰস্তুত কৰি জিলাখনৰ উল্লেখযোগ্য সংস্কৃতি প্ৰেমী সাহিত্যিক সকলৰ পৰা প্ৰবন্ধ পাতিযো বিচৰা হৈছিল। কিন্তু যথা সময়ত প্ৰবন্ধপাতি সমূহ আমাৰ হাতলৈ নাহিল আৰু সময়ত আমাৰ কাৰ্য্যকালো উকলি গল। (লিখক তেতিয়া জিলা সাহিত্য সভাৰ সম্পাদক)। প্ৰশাসনিক ভিত্তিক অবিভক্ত গোবালপাৰা জিলা সাহিত্য সভা ভঙ্গ হৈ চাৰিখন নতুন জিলা সাহিত্য সভা গঠন হোবাৰ লগে লগে গোৱালপৰীয়া সংস্কৃতি" শীৰ্ষক পুথিখনি সাহিত্য সভাৰ পৰা লিখি উলিওবা কথাষাৰো তল পৰিল। পৰবৰ্তী সময়ত অত্যন্ত দুঃসাহসিকতাৰে নিজৰ একক প্ৰচেষ্টা আৰু যত্নত এই বৃহৎ কামটো হাতত লবলৈ সংকল্প কৰা হল। জিলা সাহিত্য সভা ভঙ্গ হোবাৰে পৰা দুবছৰে ধৰি অত্যন্ত কষ্ট আৰু পৰিশ্ৰমেৰে সম্পূৰ্ণ পুথিখনৰ একাংশ সূচী আগতলৈ পুথিখনৰ প্ৰথমখণ্ড নিজাকৈ লিখি উলিযালোঁ। বাকীখণ্ড আগলৈ উলিযাবৰ বাবে আশা ৰল।

গোবালপৰীয়া সংস্কৃতি বোলতে অবিভক্ত গোবালপাৰা জিলা-খনৰ সংস্কৃতিকে সূচোবা হৈছে। সূচীৰ শিতানত সৰ্বমুঠ ৩১টা প্ৰবন্ধ পুথিখনিৰ বাবে সন্নিবিষ্ট কৰা হৈছে। প্ৰবন্ধসমূহ নিজাববীযাকৈ লিখি যুগুতোবা হৈছে যদিও বিভিন্ন লিখকৰ পুথি আৰু আলোচনীৰ সহায় লোৱা হয়। পুথিবোৰ হল—

(১) A History of Assam (E A Gait) (২) Early History of Kamrupa (Ray K L Baruah Bahadur)

(৩) Annals of Delhi Sultanate (S K Bhuyan) (৪) গোৱালপাৰা জিলাৰ ইতিহাস (শিৱানন্দ শৰ্মা) (৫) গোৱাল-পৰীয়া বিয়াগীত।

**স্মৃতিগ্ৰন্থ সমূহ**ঃ (১) আগলতি দুধনৈ অধিবেশন, অসম সাহিত্য সভা, (২) চান্দৰডিভা বিলাসীপাৰা অধিবেশন অসম সাহিত্যসভা, (৩) কোকৰাঝাৰ অধিবেশন গোৱালপাৰা জিলা সাহিত্য পৰিষদ, (৪) দলগোমা অধিবেশন গোৱালপাৰা জিলা সাহিত্য পৰিষদ, (৫) দক্ষিণ শালমাৰা অধিবেশন, অবিভক্ত গোৱালপাৰা জিলা সাহিত্য সভা, (৬) মুখপত্ৰ বত্নপীঠ গোৱাল-পাৰা জিলা সাহিত্য পৰিষদ ৩য় সংখ্যা, (৭ অভয়াপুৰী (সুৰীতি শৰ্মা ব্ৰহ্ম চৌধুৰী।

প্ৰৱন্ধসমূহৰ ভিতৰত তলৰ কেইটা ইতিমধ্যে বিভিন্ন আলো-চনীত প্ৰকাশ পায—(১) গোৱালপাৰা জিলাৰ জনগোষ্ঠীৰ গাঁথনি আৰু ভাষা-সংস্কৃতি, (২) গোৱালপৰীয়া লোকসংস্কৃতিৰ বিকাশ আৰু সংৰক্ষণ, (৩) বিয়া আৰু গীত (মুছলমান প্ৰথামতে), (৪) বিষুৱা, (৫) নাওখেল আৰু লাঠীখেল।

গোৱালপাৰা অসমৰ পশ্চিম প্ৰান্তীয় জিলা। গোৱালপাৰাৰ সংস্কৃতি পুৰণি সংস্কৃতি। বিভিন্ন সাংস্কৃতিক উপাদানৰ ওপৰত গোৱালপৰীয়া সংস্কৃতি গঢ়লৈ উঠিছে। পুথিখনত সততে সমন্বয়ৰ মাধ্যমত সৃষ্টি হোৱা গোৱালপৰীয়া সংস্কৃতিৰ দিশবোৰ আলোচনা কৰা হৈছে। হলেও বহুতো দিশ আলোচনা কৰিবলৈ বাকী থাকিয়ে গল। আগলৈ আলোচনা কৰিবৰ বাবে আশা ৰাখিলোঁ।

গোৱালপাৰা জিলা সংস্কৃতিৰ ভঁৰাল। জিলাখনৰ চুকে-কোনে সংস্কৃতিৰ কেঁচা সমলবোৰৰ অনেকেই আজিও অন্ধাৰ হৈয়ে আছে। অৱশ্যে জিলাৰ বাহিৰৰ সামান্য সংখ্যক পণ্ডিতৰ হাতৰ পৰশত এই সংস্কৃতিৰ একাংশ ইতিমধ্যে উদ্ধাৰ হবলৈ পাইছে। জিলাখনত সংস্কৃতি চৰ্চা কৰা থলুৱা লিখক আৰু গৱেষকৰ সংখ্যা তেনেই সীমিত। অৱহেলিত অৱস্থাত ই'ত-ত'ত সিচঁৰিত হৈ থকা তথা অন্ধাৰ হোৱা সংস্কৃতিৰ কেঁচা উপাদান

সমূহ সম্পূৰ্ণ বিজ্ঞানভিত্তিক বুটলি লবৰ আবশ্যকতা আছে। সুবৃহৎ জিলাখনৰ বিভিন্ন সংস্কৃতিৰে ভৰা সেই উপাদানবোৰ এককভাবে সংগ্ৰহ কৰাটো সময় সাপেক্ষ। সেয়ে লিখিত এই পুথি খনিৰ বাবে আৱশ্যকীয় সমল অনুসন্ধান কৰিবলৈ বহুঠাই ঘূৰিব লগা হয় আৰু অনেকৰপৰা সমল গ্ৰহণ কৰাও হয় যদিও সময়ৰ অভাবত পুথিখনিব পৰিপুষ্টিৰ হকে অনেক আৰু অলেখ-সমল উদ্ধাৰ কৰিবলৈ বাকী থাকিয়ে গল। নিৰ্দিষ্ট সময়ৰ ভিতৰত পুথিখনি লিখি উলিযাব লগা হোবাত যেনিবা প্ৰতিটো প্ৰবন্ধেৰে অসম্পূৰ্ণতা বৈ গল। কিন্তু পুথিখনিৰ পৰিপূৰ্ণতাৰ বাবে আপ্ৰাণ চেষ্টা কৰা হৈছে। সংস্কৃতিপ্ৰেমী সদাশয় পাঠকমণ্ডলী পুথিখনি আন্তৰিকতাৰে আদৰিলৈ বৈ যোবা তথ্যাদি তথা অনিচ্ছাকৃত ভুল-ত্ৰুটীসমূহ আঙুলিযাই দিলে কৃতাৰ্থ হম। পুথিখনিযে সুধি সমাজৰ সামান্যতম উপকাৰত আহিলেও মোৰ পৰিশ্ৰম সাৰ্থক হব বুলি ভাবিম।

পুথিখনি প্ৰস্তুত কালিন অৱস্থাত মই অনেকৰে পৰা প্ৰত্যক্ষ আৰু পৰোক্ষ সহায লাভ কৰিবলৈ সক্ষম হৈছোঁ। এই ছেগতে মই-আটাইৰে সলাগ লওঁ। লগে লগে পুথিখনৰ বাবে যুগুতাবলৈ লোবা পাণ্ডুলিপিৰ ফাইল আৰু কাগজ-পত্ৰৰ কোনোখন কেনেবাকৈ অ'ত-ত'ত পৰি থাকিলে তাক তন্ন তন্নকৈ বিচাৰি দিওঁতা আৰু লাগ বুলিলেই যাবতীয সহায আগবঢ়াওতা মোৰ সহধৰ্মিনী মোছাম্মৎ হাচনাৰা বেগমৰ সলাগ নললে দোষে স্পৰ্শ কৰাৰ ভয থাকি যাব।

চাপৰৰ খ্যাতনামা শিল্পী শ্ৰীযুত শান্তিৰঞ্জন দে ডাঙৰীয়াই বেটুপাতৰ চিত্ৰ অংকন কৰি সহায় আগবঢ়োৱা বাবে তেওঁলৈ আন্তৰিক কৃতজ্ঞতা জনাওঁ। 'বীণা লাইব্ৰেৰী'ৰ গৰাকী শ্ৰীযুত শান্তিৰঞ্জন দে মহাশযে কৃপাদৃষ্টিৰে পুথিখনি ছপাই উলিযাই দিযাৰ বাবে তেওঁলৈও থাকিল মোৰ আন্তৰিক কৃতজ্ঞতা।

**মোঃ আব্দুল গফুৰ**

# আগকথা

মানৱ-আচৰণ মূলতঃ বিশ্বজনীন, এতেকে মানৱ-সংস্কৃতিও এক প্ৰকাৰে বিশ্বজনীন। অন্যহাতে মানৱ-আচৰণৰ আঞ্চলিক বৈশিষ্ট্যও বৰ্তমান তদ্রূপ বিশ্বজনীন সংস্কৃতিতো আছে আঞ্চলিক বৈশিষ্ট্য। ভাৰতীয় সংস্কৃতিৰ বৈচিত্ৰ্যৰ মাজতে ৰক্ষিত হৈছে ঐক্য। ভাৰতীয় সংস্কৃতি তথা পৃথিবীৰ সংস্কৃতিৰ ঐক্যৰ মাজত বিচিত্ৰতা সম্পাদন কৰিছে ভৌগোলিক বৈশিষ্ট্য অথবা ঐতিহাসিক বৈচিত্ৰ্য অথবা আঞ্চলিক বৈশিষ্ট্যই। অসমৰ সামগ্ৰিক সাংস্কৃতিক ঐক্যৰ মাজত এই ৰাজ্যৰ বিভিন্ন অঞ্চলে তাৎপৰ্য্যপূৰ্ণ অবদান যোগাই আহিছে। এই অঞ্চল সমূহৰ ভিতৰতো গোৱালপাৰা অঞ্চলৰ অৰ্থপূৰ্ণ সাংস্কৃতিক অৱদানৰ কথা কৈ শেষ কৰিব নোৱাৰি। গোৱালপাৰা অঞ্চলৰ সংস্কৃতিয়েই গোৱালপৰীয়া সংস্কৃতি। গোৱালপৰীয়া সংস্কৃতিৰ বিষয়ে বিভিন্ন পণ্ডিতে নিজ নিজ প্ৰতিভা তথা পাণ্ডিত্যৰ আধাৰত বিবিধ গ্ৰন্থ ৰচনা কৰিছে। এই গ্ৰন্থ সমূহৰ ভিতৰত প্ৰথিতযশা সংস্কৃতিবিদ ডঃ বীৰেন্দ্ৰনাথ দত্তৰ ইংৰাজীত ভাষাত ৰচিত "A Study of The Folk culture of The Goalpara Region of Assam" (19995) নামৰ গ্ৰন্থখন বিশেষভাৱে উল্লেখযোগ্য। এই গ্ৰন্থখন আৰু আন গ্ৰন্থই সাধাৰণভাৱে আলোক সম্পাত কৰা, অথবা সম্পূৰ্ণভাৱে আলোকপাত নকৰা গোৱালপৰীয়া সংস্কৃতিৰ বিবিধ দিশত সন্ধানী দৃষ্টিপাত কৰি কৃতাবদ্য শিক্ষক আৰু প্ৰতিষ্ঠাশীল সাহিত্যিক মোঃ আব্দুল গফুৰে "গোৱালপৰীয়া সংস্কৃতি" নামৰ গ্ৰন্থখনিৰ প্ৰথম খণ্ড ছপা কৰি সহৃদয় পাঠক আৰু সহৃদয়া পাঠিকাৰ হাতত তুলি দিবৰ বাবে সুব্যৱস্থা গ্ৰহণ কৰা হেতু তেওঁ আমাৰ ধন্যবাদৰ পাত্ৰ।

এই গ্ৰন্থখনৰ পৰিকল্পনা, প্ৰকাশ আদি বিষয়ক এটি চমু আভাস গ্ৰন্থখনৰ 'ভূমিকা'ত ইতিমধ্যে মোঃ গফুৰে উল্লেখ কৰিছে। "গোৱালপৰীয়া সংস্কৃতি"ৰ দ্বিতীয় খণ্ডটিও তেওঁ

ইতিমধ্যে ৰচনা কৰিছে মাত্র প্রকাশৰ ক্ষণ গণি আছে। শিক্ষা-দীক্ষা, চিত্র-চর্চা, অধ্যয়ন পঠন-পাঠন আদিৰ উদ্দেশ্য সাংস্কৃতিক চেতনা উজ্জীবন। ইজৰালী জাপানী আদিৰ সাংস্কৃতিক চেতনা আৰু জাতীয়-চৰিত্র সৰ্বজন বিদিত। মোঃ আব্দুল গফুৰ যে সাংস্কৃতিক চেতনাৰে উদ্বুদ্ধ আৰু জাতীয় চৰিত্রৰ পৰাকাষ্ঠাৰে চিৰ অনুপ্রাণিত তাৰ নিদর্শন তেওঁ এই বিশেষ নির্মিতিটোৰেই।

'গোৱালপৰীয়া সংস্কৃতি' শীৰ্ষক গ্রন্থখন গোৱালপাৰা অঞ্চলৰ সাংস্কৃতিক উপাদানৰ পদ্ধতিগত অধ্যয় আৰু বিচাৰ-বিশ্লেষণ বুলি নকৈ এই অঞ্চলৰ সাংস্কৃতিক উপাদানৰ আধাৰত প্রণীত কেইটিমান প্রবন্ধৰ সমষ্টি বুলি কলেহে যুক্তিযুক্ত থায়। গ্রন্থখনিত গোৱালপাৰা জিলা—ইয়াৰ ভৌগোলিক ইতিহাস গোৱালপাৰা জিলাৰ জনগোষ্ঠীৰ গাথিন আৰু ভাষা-সংস্কৃতি, গোৱালপৰীয়া লোকসংস্কৃতিৰ বিকাশ আৰু সংৰক্ষণ গোৱালপৰীয়া জন-জীৱন আৰু সমাজ ব্যবস্থাত জন্ম-মৃত্যু আৰু বিবাহ, জীৱিকা, শিল্প—বোৱা-কটা হস্তশিল্প: মৃৎ শিল্প - কুঁহিয়া শিল্প, মাছ—লোক সাহিত্যৎ মাছৰ ভূমিকা খাদ্য বাসস্থান সাজ-পোছাক, গহনা গাঠি (গহনা-গাঠিৰ, দৈনন্দিন জীৱনত ব্যবহাৰ্য বস্তু সামগ্রী বিয়া আৰু বিয়াগীত [হিন্দু আৰু মুছলমান প্রথামতে], কইনা ধুৱানী, আমতী গোৱালপৰীয়া লোক সাহিত্যত ফকৰা যোজনা - পাথৰ লোক বিশ্বাস তন্ত্রমন্ত্র আৰু চিকিৎসা, গোৱালপৰীয়া লোক উৎসব—বিষুৱা পুৰণা, কাতিগাছা, এউৰী মাগন, নিন্দালী আৰু গোৱাল-পাৰা জিলাত নাওখেল আৰু লাঠীখেল শীৰ্ষক প্রায় একুৰি তিনিটা প্রবন্ধ সন্নিবিষ্ট হৈছে। প্রবন্ধ কেইটাৰ বিষয়বস্তুৰ প্রতি লক্ষ্য কৰি সহজে অনুমান কৰিব পাৰিযে, গোৱালপৰীয়া সংস্কৃতিৰ প্রায় বোৰ ক্ষেত্রকেই প্রবন্ধকেইটিৰ পৰিসৰে সামৰি লৈছে। এই প্রবন্ধ কেইটিকেই গৱেষণা-পদ্ধতি অনুসৰি উপস্থাপন কৰা হৈতেন এখন উচ্চমানৰ গ্রন্থ হল হেঁতেন। তথাপি এই গ্রন্থখনৰ এটি স্বকীয় মূল্য থাকিব—যিহেতু গোৱাল-

পৰীয়া সংস্কৃতিৰ অনাঘ্ৰাত আৰু অনাদৃত অনেক বিষয় আৰু ক্ষেত্ৰত এই গ্ৰন্থখনৰ ৰচয়িতাই সহানুভূতিশীল দৃষ্টি নিক্ষেপ কৰিছে।

মোঃ আব্দুল গফুৰৰ পৰ্য্যবেক্ষণ প্ৰণালী আৰু বিষয়বস্তু উপস্থাপন পদ্ধতি বস্তুনিষ্ঠ আৰু আকৰ্ষণীয়। প্ৰতিটো প্ৰবন্ধৰ শেষত তেওঁ প্ৰায়ে সহায়ক গ্ৰন্থৰাজিৰ নামোল্লেখ কৰি গৈছে। লিখকে মাজে মাজে টান শব্দৰ অৰ্থ বা ব্যাখ্যাও গ্ৰন্থখনিত দিবলৈ প্ৰয়াস কৰা দেখা যায়। মোঃ আব্দুল গফুৰৰ ভাষা প্ৰবাহশীল, ত্ৰুটি শূন্য আৰু প্ৰায়ে জঁতুৱা। গ্ৰন্থখনৰ ছপা বন্ধা আকৰ্ষণীয়। এই প্ৰসংগত গ্ৰন্থখনৰ প্ৰকাশক শ্ৰীশান্তি ৰঞ্জন দে ( স্বত্তাধিকাৰী বীণা লাইব্ৰেৰী ) আমাৰ ধন্যবাদৰ পাত্ৰ।

'গোৱালপৰীয়া সংস্কৃতি নামৰ গ্ৰন্থখন ভাষা সাহিত্যৰ ছাত্ৰ-ছাত্ৰী গৱেষক-গবেষিকা আৰু সাধাৰণ পাঠক-পাঠিকাৰ বাবে যে উপযোগী আৰু প্ৰয়োজনীয় হ ব তাত সন্দেহ নাই। মুঠতে গ্ৰন্থখনৰ বহুল প্ৰচাৰ কামনা কৰিলোঁ। অৰ্থপূৰ্ণকৃতি এটিৰে অসমীয়া ভাষাক ঋজু কৰিবলৈ মোঃ আব্দুল গফুৰে কৰা সজ প্ৰচেষ্টা প্ৰশংসনীয় আৰু অনুকৰণীয়। গ্ৰন্থখনৰ দ্বিতীয় খণ্ডটো অনতি পলমে ছপাবলৈও মোঃ গফুৰে প্ৰয়াস কৰিব বুলি আমাৰ দৃঢ় ধাৰণা হৈছে। শেষত গোৱালপৰীয়া সংস্কৃতিৰ ৰচয়িতাক সাংস্কৃতিক অভিবাদন জনালোঁ। ইতি

দুৰ্গাসৰোবৰ
গুৱাহাটী-৯
১৪।৬।২০০০ইং

শ্ৰীনবীন চন্দ্ৰ শৰ্ম্মা
প্ৰফেছাৰ, লোক সংস্কৃতি গৱেষণা বিভাগ,
গুৱাহাটী বিশ্ববিদ্যালয় গুৱাহাটী-১৪

## সূচীপত্র

৭। গোৱালপৰীয়া লোক-সাহিত্যত

(ক) ফকৰা-যোজনা

(খ) সাঁথৰ

(গ) লোক বিশ্বাস

(ঘ) তন্ত্ৰ-মন্ত্ৰ আৰু চিকিৎসা

৮। গোৱালপৰীয়া লোক উৎসৱ

(ক) বিষুৱা

(খ) পুষণা

(গ) কাতিগাছা ( কাতিবিহু )

৯। বিবিধ—

(ক) এউৰী মাগন

(খ) নিন্দালী

(গ) নাওখেল আৰু লাঠীখেল

# গোৱালপাৰা জিলা—ইয়াৰ ভৌগোলিক ইতিহাস

গোৱালপাৰা জিলা বুলিলে অবিভক্ত গোৱালপাৰা জিলাখনকে বুজোৱা হৈছে। ই অসমৰ পশ্চিম প্রান্তীয় জিলা। ইয়াৰ উত্তৰে ভুটান পাহাৰ, পূবে কামৰূপ জিলা দক্ষিণে গাৰোপাহাৰ আৰু পশ্চিমে পশ্চিমবঙ্গ আৰু বাংলাদেশ। ই ২৫°২৬´ আৰু ২৬°৫৪´ উত্তৰ অক্ষাংশ আৰু ৮৯°৪২´ আৰু ৯০°০৬ পূব দ্রাঘিমাংশৰ মাজত অৱস্থিত।

প্রাক ঐতিহাসিক কালত এই জিলা প্রাকজ্যোতিষ ৰাজ্যৰ অন্তভুক্ত আছিল। পৰবর্তী সময়ত প্রাকজ্যোতিষ ৰাজ্যৰ নাম কামৰূপ হয়। এই কামৰূপক এসময়ত আলবেৰুণীয়ে কামৰু আৰু মিনহাজে কামৰূপ কয়। তাৰিখে-ফিৰিস্তা আকবৰনামা, তোজকে-জাহাঙ্গীৰী আদিত কোচ নাম পোৱা যায়। আইন-ই আকবৰী আৰু বাহাৰিস্তান ই-গায়েবিত কোচ-কমতা আৰু কামৰূপ নামেৰে দুখন দেশৰ নাম পোৱা যায়। বাদশাহনামা আৰু ছাহজাহাননামাত কামৰূপৰ পশ্চিমাংশ কোচবিহাৰ আৰু পূব অংশ কোচ-হাজো বুলি জনা যায়। আনহাতে কালিকা পুৰাণ মতে কামৰূপ ৰাজ্যৰ পূবফালে কিৰাত আৰু পশ্চিমফালে যবন ৰাজ্য আছিল। (পূর্বে কিৰাত যস্যান্তে পশ্চিমে যবনাস্থিতা)। ইয়াত মোঙ্গলীয় লোকক কিৰাত আৰু ইছলাম ধর্মাবলম্বী লোকক যবন বোলা হয়। যোগিনীতন্ত্র মতে ব্রহ্মপুত্র উপত্যকা, ভোটান, ৰংপুৰ কোচবিহাৰ মৈমনসিং আৰু গাৰোপাহাৰ কামৰূপ ৰাজ্যৰ ভিতৰত আছিল। ই চাৰিটা পীঠত বিভক্ত (১) কামপীঠ ( ককতোৱাৰ পৰা সোণকোষ লৈকে ) (২) ৰত্নপীঠ (সোণকোষৰ পৰা ৰূপহী লৈকে) (৩) সুবর্ণপীঠ (ৰূপহীৰ পৰা ভৰলী লৈকে ) আৰু (৪) সৌমাৰ পীঠ (ভৰলীৰ পৰা দিক্রং লৈকে)।

১১শ শতাব্দীৰ আৰম্ভণীত কামৰূপৰ ৰজা আছিল ব্ৰহ্মপাল বা ৰত্ন পাল। এওঁৰ ৰাজত্ব কালত গোৱালপাৰা আৰু ৰংপুৰ জিলাত ঘোষ বংশৰ এজন কৰতলীয়া ৰজা আছিল। এওঁ ধূর্ত ঘোষৰ নাতি অর্থাৎ বাল ঘোষৰ পুত্ৰ ধবল ঘোষ। এওঁৰ ৰাজধানী আছিল মানিকাচৰ থানাৰ অন্তর্গত কালাপানীত। শ্ৰীঘনৰামৰ ধৰ্মমঙ্গল মতে ধবল ঘোষৰ ৰাজ্যৰ নাম আছিল কাঙ্গুৰ। (কামৰূপ)। তেওঁ কাঙ্গুৰ নামৰ এটা দুর্গ নির্মাণ কৰিছিল। ঈশ্বৰ ঘোষ নামেৰে তেওঁৰ এজন পুত্ৰ আছিল। তেওঁ অগ্নিৰ দৰে জয়ী আছিল। ৰাজপাটত উঠাৰ সময়ত মহামাণ্ডলিক উপাধি গ্ৰহণ কৰে। ১২ জন সামন্ত ৰজাৰ ওপৰত থকাজনক মাণ্ডলিক আৰু মাণ্ডলিকসকলৰ ওপৰত যিজনে শাসন কৰে তাক মহামাণ্ডলিক কোৱা হৈছিল। এওঁৰ ৰাজধানী আছিল ভৈৰব চূড়া পাহাৰৰ নামনি ভাগত। চম্পাৱতী নৈৰ পূবফালে ভৈৰবচূড়া পাহাৰ দক্ষিণলৈ আগবাঢ়ি ব্ৰহ্মপুত্ৰৰ মাজলৈ সোমাই ঈশ্বৰঝাৰী পাইছে। তাতে ঈশ্বৰ ঘোষৰ কোঠ আছিল। ঈশ্বৰ ঘোষৰ নামৰ পৰাই ব্ৰহ্মপুত্ৰৰ মাজৰ পাহাৰখনি ঈশ্বৰ ঝাৰী হয়। এক তাম্ৰলিপি মতে ঈশ্বৰ ঘোষৰ নিবোক শৰ্মা নামৰ এজন গুৰু আছিল। ঢেককৰী নামৰ ঠাইৰ পৰা তেওঁ ভূমিদান কৰিছিল। অর্থাৎ তেওঁক গাল্লিটিপ্যাক বিষয়ৰ দিগ্ধসাদিকা গাঁৱৰ ভূমিদান কৰিছিল। এই দিগ্ধসাদিকা গাঁও হ'ল দিগ্ধাৰ চিধা গাওঁ। গাল্লিটিপ্যাক মানে গোৱাল থকা গাঁও। গোৱাল লোকে বাস কৰা গাঁৱক গোৱালটুলি বোলা হয়। গোৱালপাৰা জিলাৰ গোৱালপাৰা চহৰত আজিও এই গাঁও আছে। সেয়ে এই গাল্লিটিপ্যাক শব্দৰ পৰাই গোৱালপাৰা নাম হোৱাটো সম্ভৱ হৈছে।

ঢেক্কৰ শব্দৰ পৰা ঢেকেৰী হৈছে। অসমৰ পূৱ অঞ্চলৰ লোকে গোৱালপাৰা আৰু কামৰূপ এলেকাক ঢেকেৰী অঞ্চল বোলে। মোগলৰ সময়ত যেতিয়া পৰগণা ভাগ কৰে তেতিয়া গোৱালপাৰা জিলা এলেকাক চৰকাৰ ঢেকেৰী নাম দিয়ে। চৰকাৰ আৰু পৰগণা ভাগ কৰা নিয়মটো চেৰচাহৰ পৰা অসম মুলুকলৈ আহে। সম্ৰাট আকবৰে টডোৰমলৰ হতুৱাই সমগ্ৰ সাম্ৰাজ্যখনক

১৫টা চুবাত ভাগ কৰে আৰু প্ৰতিটো চুবাক কিছুমান চৰকাৰ আৰু প্ৰতিখন চৰকাৰক কেতবোৰ পৰগণাত ভাগ কৰে। কোচ-হাজো মোগলৰ হাতলৈ যোবাত প্ৰখ্যাত আমিন সেখ ইব্ৰাহিম ক্ৰোড়ীযে কোচ হাজোক ৪টা চৰকাৰত ভাগ কৰে—চৰকাৰ কামৰূপ চৰকাৰ ঢেকেৰী, চৰকাৰ দক্ষিণকুল আৰু চৰকাৰ বঙ্গালভূম। চৰকাৰ ঢেকেৰীযে বহুলাংশে অবিভক্ত গোৱালপাৰা যদিও চৰকাৰ দক্ষিণকুলে আধুনিক কামৰূপ, গোৱালপাৰা আৰু ধুবুৰী জিলাৰ দক্ষিণ পাৰক সামৰি লৈছে। চৰকাৰ ঢেকেৰী নটা পৰগণাত বিভক্ত আছিল—(১) খুটাঘাট (২) গুমা (৩) পৰ্বত জোৱাৰ (৪) কসবে ধুবুৰী (৫) জাৰিমা (৬) তাৰিয়া (৭) ঘুৰলা (৮) কসবে ঘিলা (৯) চাপৰ। এই পৰগণাকেইটা ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ। চৰকাৰ দক্ষিণকুলত মেচপাৰা, কালুমালুপাৰা, কড়াইবাৰী পুম্বা, গাৰো মহাল, গড়কাটি সহ ১০টা পৰগণা।

গোৱালপাৰা জিলাৰ পূৰ্বণি ভৌগোলিক চাৰিসীমাৰ বুৰঞ্জী সঠিককৈ পাব পৰা নাযায়। ১৮২২ খৃষ্টাব্দলৈ ই বিভিন্ন সময়ত বিভিন্ন ৰাজ্যৰ লগত চামিল হৈ আছিল। সপ্তম শতিকাত ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত বঙ্গৰ বেছিভাগ অঞ্চল অসমৰ চাৰি সীমাৰ ভিতৰতে আছিল। গোবালপাৰা জিলাও এই ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল। মিৰ্জানাথানৰ বাহাৰিস্তান-ই-গাযেবী মতে কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰাযণে সোণকোষ নদীৰ পশ্চিমাংশত ৰাজত্ব কৰিছিল।

হৰ্ষচৰিতৰ বৰ্ণনা মতে সুস্থিতা বৰ্মনৰ দ্বিতীয় পুত্ৰ ভাস্কৰ বৰ্মন পিতাৰ উত্তৰাধিকাৰী সূত্ৰে প্ৰাকজ্যোতিষপুৰত ৰাজত্ব কৰিছিল। এওঁৰ পিছত একাধিক্ৰমে ২১ জন ৰজাই ৰাজত্ব কৰে। পিছত ৯৮৫ খৃষ্টাব্দত পালবংশৰ ব্ৰহ্মপালে ৰাজত্ব কৰে। এই বংশত ৮ গৰাকী ৰজাই ৰাজত্ব কৰে। শেষৰজন ৰজা জয়পাল ১১২৫ খৃষ্টাব্দলৈ ৰাজত্ব কৰে।

টিঙ্গদেব পূৰ্বদিশৰ শাসনকৰ্তা আছিল। পণ্ডিত বিদ্যাবিনদৰ মতে টিঙ্গদেৱৰ ৰাজ্য ডাঙৰ আছিল বাবে তেওঁক নৃপতি বা

নৰেশ্বৰ বোলা হৈছিল। পৰৱৰ্তী সময়ত এওঁৰ ৰাজ্যক কামতা কোৱা হয়। ৰংপুৰ, বগুৰাৰ একাংশ আৰু কোচবিহাৰৰ কৰতোৱাৰ পূবলৈ কামতাৰ অন্তভূৰ্ক্ত আছিল। ১২৫০ খৃষ্টাব্দলৈ বৈদ্যদেব, পৃথু আৰু সন্ধিয়া পালবংশৰ পিছত প্ৰাচীন কামৰূপত ৰাজত্ব কৰে। ঐতিহাসিক মিনহাজৰ মতে বৈদ্যদেৱৰ পিছত কামৰূপত ৰায় উপাধিৰ ৰজা এজনে ৰাজত্ব কৰিছিল। তেওঁ বহুবছৰ ৰাজত্ব কৰিছিল।

১১৪৩ খৃঃত গৌড়ৰ ৰজা বিজয় সেন কামৰূপ ৰজা বৈদ্যদেৱক আক্ৰমণ কৰি পৰাস্ত কৰে। বিজয় সেনে ১১৪৩ চনৰ পৰা ১১৫৯ চনকৈ গোবালপাৰা আৰু কামৰূপৰ উত্তৰপাৰ শাসন কৰে। পিছত ১১৮৫ চনৰ পৰা ১১৯৪ চনলৈ বল্লভদেৱে গোৱালপাৰা জিলা শাসন কৰে। বল্লভদেবক গৌড়ৰ ৰজা জয়পালৰ পৰিনাতি পৃথুৱে ১১৯৪ খৃ ত পৰাস্ত কৰি গোবালপাৰা জিলাৰ উত্তৰপাৰ কামৰূপ, দৰং আৰু নগাঁৱলৈকে সীমা বঢ়ায়। পৃথুৰ সময়ত ১২০৫ খৃঃত বিহাৰৰ নবাব ইখতিয়াৰউদ্দিন মহম্মদ বিন বখতিয়াৰ খিলজিয়ে কামৰূপ আক্ৰমণ কৰে। আলিমেচ নামৰ ইছলাম ধৰ্মত নবদীক্ষিত মেচ ৰজাই তেওঁক বাট দেখুৱাই লৈ আহে। বখতিয়াৰ খিলজি ৰঙামাটিত অৱস্থান কৰি আক্ৰমণৰ প্ৰস্তুতি চলায়। পৃথুৱে তেওঁক পৰাভূত কৰি ৰাজ্য শাসন কৰি থাকে। তাবাকৎ-ই-নাছিৰীৰ মতে ১২২৭ খৃঃত চুলতান গিয়াছউদ্দিন ইবাজ কামৰূপ আক্ৰমণ কৰি পৃথুৰ হাতত পৰাস্ত হয়। ১২২৮ খৃঃত নাছিৰুদ্দিনৰ হাতত পৃথু পৰাজিত হৈ আত্মহত্যা কৰে। পিছত সন্ধ্যা ৰজা হয় আৰু ১২৬০ চনলৈ ৰাজ্য শাসন কৰে। সন্ধ্যাই মুছলমান আক্ৰমণকাৰী তুঘ্ৰিল খানক পৰাস্ত কৰে। তেওঁৰ পিছত সিন্ধু, ৰূপনাৰায়ণ, সিংহধ্বজ ক্ৰমান্বয়ে ৰাজত্ব কৰি যায়। সিংহধ্বজৰ মাণিক নামে এজন মন্ত্ৰী আছিল। ১৩০৫ খৃঃত মাণিকে ৰজাক হত্যা কৰি প্ৰতাপধ্বজ নাম লৈ ৰাজপাটত উঠে। আহোমৰাজ চুখাংফাৰ আক্ৰমণৰ পৰা ৰক্ষা পাবৰ বাবে তেওঁ কামৰূপ ৰাজ্যৰ পৰা ৰাজধানী কামতাপুৰলৈ স্থানান্তৰিত কৰে। প্ৰতাপধ্বজৰ মৃত্যুৰ পিছত ধৰ্ম্মনাৰায়ণ, পিছত প্ৰতাপধ্বজৰ পুত্ৰ দুৰ্লভনাৰায়ণ কামতাৰ

অধিপতি হয়। তেওঁ কামতেশ্বৰ উপাধি লয়। তেওঁ সততে উত্তৰবংগ, গোৱালপাৰা, কামৰূপ আৰু নগাঁও জিলালৈকে ৰাজ্য বিস্তাৰ কৰে। ১৩৫০ খৃঃত তেওঁৰ মৃত্যু হয়। এওঁৰ পিছত ক্ৰমে ইন্দ্ৰনাৰায়ণ, শশাংক, গজাঙ্ক, শুক্ৰাঙ্ক আৰু মৃগাঙ্ক ৰজা হয়। মৃগাংকৰ পিছত ১৪৪০ চনত সেন বংশীয় ৰজা নীলধ্বজে কমতা ৰাজ্য দখল কৰে। সূৰ্যকুমাৰ ভূঞাৰ মতে গোৱালপাৰা আৰু কামৰূপ জিলাৰ দক্ষিণ পাৰত নীলধ্বজৰ ৰাজ্য বিস্তৃত আছিল। পিছত চক্ৰধ্বজ আৰু তাৰ পিছত নীলাম্বৰ ৰজা হয়। ১৪৯৪ খৃঃত গৌড়ৰ চুলতান আলাউদ্দিন হুছেইন ছাহ কমতাপুৰ আক্ৰমণ কৰি দখল কৰে। বুৰঞ্জীবিদ চিহাবুদ্দিন তালিছে ফাতিহা-ই-ইব্ৰিযাত বৰ্ণনা কৰামতে তেওঁ সসৈন্যে আহি ৰঙামাটিত অস্থায়ী ৰাজধানী পাতি যুদ্ধৰ প্ৰস্তুতি চলাইছিল। তেওঁ পাণবাৰীত মোগল কাৰুকাৰ্যৰে খচিত মচজিদ নিৰ্মাণ কৰে।

কমতা ৰাজ্য পতনৰ পিছত ভূঞাসকলৰ আধিপত্য বাঢ়ে যদিও পাঠানসকলে এই ভূমিখণ্ড অধিকাৰ কৰি লয়। পৰৱৰ্তী সময়ত পাঠানসকলৰো পতন হয়। আনহাতে ভূঞাসকলো ছত্ৰভঙ্গ হয়। সেই সময়তে উত্তৰকুলত কোচৰাজ্যৰ সৃষ্টি হয়। দৰং ৰাজবংশাবলী মতে পাণবৰ, ভেদেলা আবৰ, গুবাবৰ ফেদফেদা, বৰিহণা, কঠীয়া বৈহাগু মেঘা গড়কাটা, জগাই, ভোখোৰা এই বাৰজন মেচ সামন্তই লগলাগি হাৰিযা মণ্ডলক ৰজা পাতে। কালক্ৰমত এই হাৰিযা মণ্ডলৰ ৰাজ্যসীমা হয়—পূৱত মানাহ, উত্তৰত ভুটান পশ্চিমত সোণকোষ আৰু দক্ষিণত ব্ৰহ্মপুত্ৰ। তেওঁৰ পুত্ৰ বিশু ওৰফে বিশ্বসিংহই ভূঞাসকলক পৰাস্ত কৰে আৰু ১৫১৫ খৃঃত ৰজা হয়। ৰাজ্যৰ ৰাজধানী চিকণঝাৰ (কোকৰাঝাৰৰ উত্তৰত। পিছত কোচবিহাৰৰ উত্তৰে হিঙ্গুলাবাসলৈ ৰাজ্যৰ ৰাজধানী স্থানান্তৰিত কৰে। তেওঁৰ ১৯ গৰাকী মহিষীৰ ভিতৰত হেমপ্ৰভা আৰু পদ্মাৱতী নামেৰে দুগৰাকী মহিষী আছিল দুয়োগৰাকীৰ গৰ্ভত ক্ৰমে মল্লদেৱ আৰু শুক্ৰধ্বজ জন্মগ্ৰহণ কৰে। বিশ্বসিংহৰ আৰু ১৬ জন পুত্ৰ আছিল।

বিশ্বসিংহৰ মৃত্যুৰ পিছত মল্লদেৱে নৰনাৰায়ণ নাম লৈ ৰাজপাটত উঠে। শুক্ৰধ্বজ সেনাপতি পদত নিযুক্ত হয়।

জি চি বৰুৱাই অনুবাদ কৰা বুৰঞ্জী মতে ১৫৪৬ চনত কোচ ৰজাই আহোম ৰাজ্য আক্ৰমণ কৰে আৰু আহোম ৰজাক পৰাস্ত কৰি ৰাজধানী গড়গাঁও দখল কৰে। নৰনাৰায়ণৰ দিনত কোচ শাসন চৰম পৰ্যায় পায়গৈ। সোমাৰপীঠত বাহিৰে গোটেই পূৰ্বাণি কামৰূপ কোচ ৰাজ্যৰে অন্তভুৰ্ক্ত হয়। ৰংপুৰ আৰু মৈমনসিংহ জিলাও কোচ ৰাজ্যৰ লগত চামিল হয়। চিলাৰায়ৰ মৃত্যুৰ পিছত নৰনাৰায়ণে কোচ ৰাজ্য দুভাগ কৰি সোণকোষ নদীৰ পূব অংশৰ গোৱালপাৰা কামৰূপ আৰু দৰং জিলা ভতিজা ৰঘুদেবক দিয়ে। এই অংশই কোচ হাজো, ১৫৮১ চনত সৃষ্টি হয়। ৰঘুদেৱে ৰূপসীৰ ওচৰৰ পাহাৰ এখনত লালকুৱাৰ ওচৰৰ ঘিলা বিজয়পুৰত ৰাজধানী পাতে। ১৬০৩ চনত তেওঁৰ মৃত্যু হয়। তেওঁৰ ১৮ জন পুতেক আছিল। পিতাকৰ মৃত্যুৰ পিছত পৰীক্ষিত ৰজা হয় আৰু লালকুৱাৰ ওচৰৰ ঘিলা বিজয়পুৰৰ পৰা ৰাজ্য শাসন কৰে। তেওঁৰ ৰাজত্বকালত ৰাজ্যৰ সীমা আছিল উত্তৰে ভুটান, পূৰ্বে ভৰলী নদী আৰু নগাঁও, দক্ষিণে মৈমনসিংহ জিলাৰ উত্তৰাংশ আৰু পশ্চিমে সোণকোষ।

১৬১৩ খৃঃত পৰীক্ষিতৰ পতন হয়। তেতিয়াৰ পৰা ১৬৬২ খৃঃলৈ ৰাজ্যখনত যুদ্ধবিগ্ৰহ আৰু অৰাজকতাই দেখা দিয়ে। ঢাকাৰ নবাবে পৰীক্ষিতৰ পুতেক চন্দ্ৰনাৰায়ণ ওৰফে বিজিত-নাৰায়ণক সোণকোষৰ পৰা মানাহলৈ বিস্তৃত অঞ্চলত ৰজা পাতে। কথিত আছে এই বিজিতনাৰায়ণৰ নামৰ পৰাই তেওঁৰ ৰাজ্যৰ নাম হয় বিজনী। তেওঁ বৰ্তমান অভয়াপুৰী নগৰৰ পূবত ডুমুৰীয়াত ৰাজধানী পাতে। ড শান্তনু বৰ্মণৰ বৰ্ণনা মতে কোচ ৰাজ্য তিনিভাগত বিভক্ত হয়—দৰং পৰিয়ালৰ দ্বাৰা শাসিত পূব অংশ পশ্চিম অংশ য'ত নৰনাৰায়ণৰ বংশধৰ ৰাজত্ব কৰে আৰু মধ্য অংশ মানাহ আৰু সোণকোষৰ মাজৰ অংশ, বিজনী ৰজাৰ অধীনত। ১৬৩২ খৃঃত প্ৰাণনাৰায়ণ কোচবিহাৰৰ ৰজা হয়। তেনে সময়ত চন্দ্ৰনাৰায়ণে ব্ৰহ্মপুত্ৰৰ দক্ষিণ কূলত কড়াইবাৰী দখল কৰে। চন্দ্ৰনাৰায়ণ ঢাকাৰ চুবেদাৰৰ সৈন্য বাহিনীৰ হাতত নিহত হয়। চন্দ্ৰনাৰায়ণৰ পিছত তেওঁৰ

পুতেক জয়নাৰায়ণ বিজনী ৰাজ্যৰ ৰজা হয়। প্ৰাণনাৰায়ণে জয়নাৰায়ণৰ পৰা ৰাজ্য কাঢ়ি লয়। জয়নাৰায়ণ আহোমৰ আশ্ৰয় বিচাৰে। আহোমে প্ৰাণনাৰায়ণক পৰাস্ত কৰে আৰু জয়নাৰায়ণক ১৬৫৯ খৃঃত ঘিলা বিজয়পুৰত ৰাজধানী পাতি ৰাজ্য চলাবলৈ নিৰ্দেশ দিয়ে।

১৬৫৮ চনৰ পৰা ১৬৬১ চনলৈ ৩ বছৰৰ বাবে গোৱালপাৰা আহোমৰ তলতীয়া হয়। আৰু দ্বিতীয়বাৰৰ কাৰণে ১৬৬২ চনত মোগলৰ হাতলৈ গুচি যায়। ১৬৩৭ চনত প্ৰথমবাৰ মোগলে গোৱালপাৰা দখল কৰে। ৰঙামাটিত থকা ৰাজধানীৰ পৰা মোগলে শাসনকাৰ্য চলায়। মোগলে ১০৪ বছৰ শাসন কৰাৰ পিছত ১৭৬৫ খৃঃত গোৱালপাৰা ইংৰাজৰ হাতলৈ গুচি যায়। মোগল শাসনৰ পৰাই গোৱালপাৰাত জমিদাৰী প্ৰথা প্ৰবৰ্তন হয়। ইংৰাজৰ হাতত অযোধ্যা আৰু বঙ্গৰ নবাব পৰাস্ত হয়। সিপিনে দিল্লীৰ বাদচাহ দ্বিতীয় ছাহ আলমকো ইংৰাজে পৰাস্ত কৰে। শেষত চুক্তি মতে বাদচাহে ইংৰাজ কোম্পানীক বছৰি পৰিশোধ কৰিব লগীয়া ২৬ লাখ টকা পৰিশোধ কৰিব নোৱৰাৰ বিনিময়ত ১৭৬৫ চনত বঙ্গ, বিহাৰ আৰু উৰিষ্যা হেৰুৱায়। সেই সূত্ৰে গোৱালপাৰাও ইংৰাজৰ অধীনলৈ যায়। লগতে ৰংপুৰৰ অধীনস্থ কড়াইবাৰী কালুমালুপাৰা আৰু ফ'ৰ্ট উইলিয়ামো ইংৰাজৰ তলতীয়া হয়। বাৰেণ হেষ্টিংছৰ দিনত (১৭৭২–৮৫ খৃঃ) জিলাসমূহৰ সৃষ্টি হয়। এই সময়ত প্ৰশাসনৰ ক্ষেত্ৰত গোৱালপাৰা জিলা ৰংপুৰৰ লগত অন্তৰ্ভুক্ত আছিল। লৰ্ড কৰ্ণৱালিছৰ শাসনকালত (১৭৮৬ ৯৩) এই জিলাত ক্ৰমে ধুবুৰী গোৱালপাৰা আৰু কড়াইবাৰী থানা স্থাপন হয়। ১৭৯৩ খৃঃত বিজনী, মেছপাৰা, পৰ্বত জোৱাৰ, চাপৰ, গৌৰীপুৰ আৰু কড়াইবাৰী এই ছয়খন জমিদাৰীত চিৰস্থায়ী বন্দোবস্ত প্ৰৱৰ্তন হয়। সেই সময়ত কড়াইবাৰীৰ জমিদাৰ আছিল মহেন্দ্ৰ নাৰায়ণ। তেওঁ পালবংশৰ শেষ জমিদাৰ। তেওঁৰ ৰাজধানী আছিল বৰ্তমান মানকাচৰৰ ওচৰৰ জাঙ্গাল বোলা ঠাইত। ১৮২২ চনলৈ ধুবুৰী, গোৱালপাৰা আৰু কড়াইবাৰী ৰংপুৰৰ জিলাৰ অন্তৰ্ভুক্ত আছিল।

১৮২২ খৃঃত ধুবুৰী, গোৱালপাৰা আৰু কড়াইবাৰী থানা তিনিখন লগতে গাৰোপাহাৰলৈ গোৱালপাৰা জিলা নামকৰণেৰে এখন জিলা গঠন হয়। পিছত ইয়াণ্ডাবুৰ সন্ধিমতে ১৮২৬ খৃঃত এই জিলা অসম প্ৰদেশৰ লগত লগ লাগে। ১৮৬৪ খৃঃত বৃটিচে ভুটান দুৱাৰ জয় কৰে। পিছত উক্ত দুৱাৰসমূহ পূব দুৱাৰ নাম দি জিলা গঠন কৰি এজন ডেপুটি কমিচনাৰৰ দ্বাৰা শাসনকাৰ্য চলোবা হয়। ১৮৬৬ চনত কোচবিহাৰ কমিচনাৰ সৃষ্টি হয় আৰু গোৱালপাৰা জিলা পূব দুৱাৰৰ সৈতে একেলগ কৰি উক্ত কমিচনাৰৰ তললৈ নিয়া হয়। ১৮৬৮ চনত ইয়াৰ বিচাৰ বিভাগ অসমলৈ অনা হয় যদিও প্ৰশাসনিক কাৰ্য কোচবিহাৰৰ পৰাই চলোৱা হয়। আকৌ ১৮৬৯ খৃঃত নতুনকৈ গাৰোপাহাৰৰ জিলাৰ সৃষ্টি হয়। ১৮৭৪ চনত অসমক এখন সুকীয়া ৰাজ্য হিচাপে গণ্য কৰা হয়। তেতিয়া গোৱালপাৰা জিলা পূব দুৱাৰেৰে সৈতে অসমৰ লগত লগ হয়। মানাহ আৰু সোণকোষৰ মাজৰ অঞ্চলেই পূব দুৱাৰ আছিল। পূব দুৱাৰত পাঁচখন দুৱাৰ —বিজনী, চিদলী, চিৰাং, ৰিপু আৰু গুমা। এই পাঁচোখনেই গোৱালপাৰা জিলাৰ দুৱাৰ। ১৮৮৫ চনৰ বিজনী মৌজা বিজনী ৰজাক আৰু চিদলী মৌজা চিদলী ৰজাক দিয়া হয়। ১৮৮৬ চনত প্ৰৱৰ্তন হোৱা অধ্যাদেশ অনুসৰি বিজনী, মেচপাৰা, পৰ্বত জোৱাৰ, চাপৰ, গৌৰীপুৰ আৰু কড়াইবাৰী—এই ছখন জমিদাৰীৰ পৰা চিৰস্থায়ী বন্দোবস্ত মতে চৰকাৰে মুঠ ১১,৪১৪ টকা বছৰি ৰাজহ পাইছিল। উক্ত ছখন জমিদাৰীত মুঠ ১৭টা পৰগণা আছিল। ১৮৮৬ চনৰ আধ্যাদেশ মতে জমিদাৰৰ প্ৰতি কেইটামান চৰ্ত আছিল: (১) জমিদাৰসকলে চৰকাৰৰ চিৰদিনৰ বাবে একে ৰাজহ দি থাকিব। (২) নিৰ্দিষ্ট সময়ত ৰাজহ দিব নোৱাৰিলে জমিদাৰী বিক্ৰী কৰি হ'লেও ৰাজহ আদায় দিব। (৩) পুৰুষ-পুৰুষানুক্ৰমে জমিদাৰী ভোগ দখল কৰি থকা নিয়ম বাহাল থাকিব। (৪) জমিৰ ওপৰত জমিদাৰৰহে স্বত্ব প্ৰৱৰ্তিব।

**জিলাৰ সদৰ:** ১৮২২ খৃঃৰ পৰা ১৮৭৮ খৃঃলৈ গোৱালপাৰা

জিলাৰ সদৰঠাই গোৱালপাৰা আছিল। ১৮৭৯ খৃঃৰ পৰা জিলাৰ সদৰ ধুবুৰীলৈ স্থানান্তৰ কৰা হয়।

**গোৱালপাৰা জিলাৰ অন্তৰ্গত জমিদাৰীবোৰঃ**

**বিজনী ঃঃ** গোৱালপাৰা জিলাত বিজনী ৰাজ ইষ্টেট আটাইতকৈ ডাঙৰ জমিদাৰী। ৰজা জয়নাৰায়ণৰ পিছত ক্ৰমে শিৱনাৰায়ণ মুকুন্দনাৰায়ণ হৰিদেব নাৰায়ণ মহীদেৱ নাৰায়ণ আৰু শেষত কুমুদনাৰায়ণ বিজনীৰ ৰজা হয়। ৰাজ্যৰ সীমা পূবে বিজনীৰ পৰা পশ্চিমে চাপটগ্ৰাম আৰু দক্ষিণ পাৰত বলবলাৰ পৰা ধুপধৰালৈ বিস্তৃত আছিল। ৰাজ্যখন দুটা পৰগণাত বিভক্ত আছিল—খুঁটাঘাট আৰু হাবৰাঘাট। এই ৰাজ্যৰ ৰাজধানী আৰম্ভণীতে বিজনীত, পিছত অভয়াপুৰীৰ পৰা প্ৰায় তিনি কিলোমিটাৰ পূবে ডুমুৰীয়াত আৰু শেষত অভয়াপুৰীত পাতে। ১৮৮৩ চনত কুমুদ-নাৰায়ণে আত্মহত্যা কৰে। ৰাণী অভেশ্বৰীয়ে কিছুদিন ৰাজকাৰ্য পৰিচালনা কৰে। ৰাণীয়ে যোগেন্দ্ৰনাৰায়ণক দত্তক গ্ৰহণ কৰে। তেওঁৰ মূৰৰ বিকৃতি ঘটিছিল। তেওঁ বলীয়া ৰজা আছিল। ১৯১৮ চনত ৰজা হয়। ১৯৩৮ চনত তেওঁৰ মৃত্যু হয়। ১৯৪৪ চনত কুমুদনাৰায়ণৰ প্ৰথমা পত্নী সিদ্ধেশ্বৰীৰ দত্তক পুত্ৰ চন্দ্ৰনাৰায়ণৰ পুত্ৰ ভৈৰবেন্দ্ৰনাৰায়ণ ৰজা হয়। ১৯৫৬ চনত ভাৰত চৰকাৰে জমিদাৰী অধিগ্ৰহণ আইন বলৱৎ কৰাৰ লগে লগে বিজনী ৰাজৰ অবসান ঘটে।

**চিদলী ঃঃ** চিদলী ৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা সূৰ্যনাৰায়ণ, নৰনাৰায়ণৰ ভায়েক নৰসিংহৰ বংশধৰ। নৰনাৰায়ণৰ দিনত নৰসিংহ ভুটানলৈ যায়। তেওঁ তাত ৰাজ্যপাতি ৰজা হয়। কালক্ৰমত তেওঁলোকৰ বংশধৰ মোগল ৰাজত্বকালত ভুটানৰ নামনিত চিদলী অঞ্চলত ৰাজ্য পাতে। সূৰ্যনাৰায়ণৰ পিছত ক্ৰমে ভীমসিং, শ্যামক নাৰায়ণদেৱ, লক্ষ্মীনাৰায়ণদেৱ, গৌৰীনাৰায়ণদেৱ অভয়নাৰায়ণদেৱ ৰজা হয়। ৰাজধানী বিদ্যাপুৰ। এইজন ৰজাৰ চিৰস্থায়ী বন্দোৱস্তৰ জমিদাৰী নাছিল। অভয়নাৰায়ণৰ পুতেক অজিতনাৰায়ণ চিদলী ৰাজ্যৰ শেষ ৰজা।

**মেচপাৰা ঃঃ** ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে গাৰোপাহাৰৰ নামনি

অঞ্চল সামৰি থানাকমল নামে এজন সামন্তই মেচপাৰা জমিদাৰী স্থাপন কৰে। পোনতে মেচপাৰা বিজনী ৰাজ্যৰ এখন পৰগণা আছিল। বিজনী ৰাজ মুকুন্দনাৰায়ণৰ দিনত এই পৰগণা বিজনী ৰাজ্যৰ পৰা পৃথক কৰি এখন সুকীয়া জমিদাৰী সৃষ্টি কৰে (খান চৌধুৰী আমানতুল্লাৰ মতে)। তেতিয়া বিজনী ৰাজ মোগলৰ তলতীয়া আছিল। থানাকমলে মোগল বাদচাহৰ অনুমতিক্রমে এই জমিদাৰী স্থাপন কৰে। বুকাননৰ মতেই এই অঞ্চলত মেচ লোকে বাস কৰিছিল বাবে এইখন জমিদাৰীৰ নাম মেচপাৰা হয়। ইযাতো চিৰস্থাযী বন্দোবস্তী চলিছিল। ইযাৰ মাটি কালিৰ পৰিমাণ ৩৯৯ বৰ্গমাইল। (Assam District Gazetteers, Goalpara)। এই জমিদাৰীৰ অধিকাংশই অবিভক্ত গোৱালপাৰা জিলাৰ গোৱালপাৰা মহকুমাৰ অন্তৰ্গত আছিল। সামান্য অংশ ধুবুৰী মহকুমাত পৰিছিল। সদৰঠাই প্ৰথমে জলেশ্বৰ পিছত লক্ষীপুৰ হয়।

ঘুৰলা ঃঃ ঘুৰলা (গৌৰীপুৰ) জমিদাৰ বংশৰ পূৰ্বপুৰুষ দেৱীপ্ৰসাদ বৰুৱা মোগলৰ কাননগু আছিল। ৰঙামাটিৰ দক্ষিণ-পাৰত বৰ্তমান মাক্ৰিঝৰাত তেওঁৰ বাসস্থান আছিল। ১৭৭৪ খৃঃত ঘুৰলা জমিদাৰী সৃষ্টি হয়। ঘুৰলাৰ পূৰ্বৰ জমিদাৰ ৺ৰতিকান্ত দাস চৌধুৰীৰ পৰা ৺বুলচন্দ্ৰ বৰুৱাই এই জমিদাৰী কিনি লৈছিল। ১৮৫০ চনত প্ৰতাপচন্দ্ৰ বৰুৱাই গৌৰীপুৰ চহৰত ৰাজধানী পাতে। জিলাখনত গৌৰীপুৰ দ্বিতীয় বৃহৎ জমিদাৰী। প্ৰভাতচন্দ্ৰ বৰুৱাই নিজৰ গুণত বৃটিছ চৰকাৰৰ পৰা ৰজা উপাধি পায়।

চাপৰ ঃঃ ৰূপচীৰ ওচৰৰ বৰুণডাঙাত চাপৰ জমিদাৰী স্থাপন হয়। পিছলৈ প্ৰথমে চাপৰত পিছত বিলাসীপাৰাত ইযাৰ সদৰ কাৰ্যালয় পাতে। দেৱোত্তৰ সম্পত্তিৰ দ্বাৰা পূজাৰী হিচাপে জমিদাৰী পায়। ইয়াৰ মাটিৰ আয়তন ১,২৩,৫৫২ একৰ। শেষৰজন জমিদাৰ নৃপেন্দ্ৰনাৰায়ণ চৌধুৰী। এওঁৰ দিনতে অসম চৰকাৰে ইযাক অধিগ্ৰহণ কৰে। আচাম ডিচট্ৰিক্ট গেজেটিয়াৰ, গোৱালপাৰা মতে ময়মনসিংহ জিলাৰ কিশোৰগঞ্জ চাবডিভিজনৰ

জয়নাৰায়ণ শৰ্মা নামৰ এজন ব্যক্তিয়ে মোগলৰ পৰা এই জমিদাৰী লাভ কৰিছিল। জয়নাৰায়ণ শৰ্মা মোগলৰ অধীনত চৌধুৰী পদাধিকাৰী আছিল।

**পৰ্বত জোৱাৰ ঃঃ** এই জমিদাৰীত ৪৭৫ বৰ্গমাইল অন্তৰ্গত আছিল। মেচ, ৰাভা আৰু ৰাজবংশী লোক ইয়াৰ প্ৰজা। সদৰ কাৰ্যালয় ৰূপচী আৰু বগৰিবাৰীত। সুৰেন্দ্ৰনাৰায়ণ সিংহ আৰু ভূপেন্দ্ৰনাৰায়ণ সিংহ ইয়াৰ জমিদাৰ আছিল।

**কড়াইবাৰী ঃঃ** বিজনী ৰজা মহেন্দ্ৰনাৰায়ণৰ ৰাজস্বত্ব কিনিলৈ ১৮০৯ খৃত কড়াইবাৰী জমিদাৰী সৃষ্টি কৰে। ৰংপুৰ সদৰ কাৰ্যালযৰ পৰা জমিদাৰী চলায। লাহিড়া পৰিয়াল এই জমিদাৰীৰ শেষ জমিদাৰ। এসময়ত ৰমানাথ আৰু ৰাধাকৃষ্ণ লাহিড়ী ইযাৰ জমিদাৰ আছিল।

গোবালপাৰা জিলাক দুটা মহকুমাত ভাগ কৰা হয। ধুবুৰী আৰু গোবালপাৰা। হাণ্টাৰ চাহাবৰ বিবৰণ মতে, ১৮৭২ খৃঃত জিলাখনৰ জনসংখ্যা আছিল ৪,৪৪,৭৬১ জন। ১৯৭১ চনৰ লোকপিযল মতে ২২২৫,১০৩ জন। ১৯৫৭ চনত ধুবুৰী মহকুমাৰ উত্তৰ অঞ্চলত কোকৰাঝাৰৰ মহকুমা গঠন কৰা হয়। ১৯৮৩ চনত তিনিখন মহকুমাৰ তিনিখন পূৰ্ণপৰ্যাযৰ জিলা গঠন কৰা হয। আকৌ ১৯৮৯ চনৰ ১৫ আগষ্টত উত্তৰ শালমাৰা মহকুমা আৰু কোকৰাঝাৰ জিলাৰ কিছু অংশলৈ বঙাইগাঁও চতুৰ্থ জিলাখন গঠন কৰা হয়। এইদৰে পুৰণি গোৱালপাৰা জিলা চাৰিখন জিলাত বিভক্ত হয়। ১৯৭১ চনৰ লোকপিযল মতে পুৰণি গোৱালপাৰা জিলাৰ বিভিন্ন সম্প্ৰদায়ৰ জনসংখ্যা এনেধৰণৰ—

| | |
|---|---|
| হিন্দু— | ২,১৫,১০৮ জন |
| মুছলমান— | ১,৭৮,২৪৩ ,, |
| খৃষ্টিয়ান— | ৩৫,১৭৭ ,, |
| শিখ— | ৫৮৫ ,, |
| জৈন— | ৫৯১ ,, |
| বৌদ্ধ— | ১৫৭ ,, |

ৰাজ্যখনৰ আন আন জিলাৰ দৰে প্ৰশাসনিক দৃষ্টিত পূৰ্বণি গোৱালপাৰ জিলাখন ক্ৰমে ধুবুৰী, গোৱালপাৰা, কোকৰাঝাৰ আৰু বঙাইগাঁও চাৰিখন সুকীয়া সুকীয়া জিলাত বিভক্ত হ'ল যদিও ভাষা, কলা, কৃষ্টি আৰু সংস্কৃতিৰ ফালৰ পৰা আটাই-কেইখন জিলাকে সামৰি লৈ অবিভক্ত গোৱালপাৰা বা গোৱাল-পাৰা জিলাৰূপে গণ্য কৰা হয়। গতিকে গোৱালপৰীয়া সংস্কৃতিয়েই চাৰিওখন জিলাৰ সমন্বিত সংস্কৃতি আৰু কোনোখন জিলাই এই সংস্কৃতি এৰাই নচলে।

———

গ্ৰন্থপঞ্জী

১। A History of Assam— E. A Gait
২। Annals of the Delhi Badshahate—S K. Bhuyan
৩। Early History of Kamrupa – Ray K L Barua Bahadur
৪। Assam In the days of the Company
৫। গোৱালপাৰা জিলাৰ ইতিহাস—শিৱানন্দ শৰ্মা
৬। স্মৃতিগ্ৰন্থ—আগলতি—অসম সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ অধিবেশন
৭। চান্দৰডিঙা বিলাসীপাৰা অধিবেশন

# গোৱালপাৰা জিলাৰ জনগোষ্ঠীৰ গাঁথনি আৰু ভাষা-সংস্কৃতি

গোৱালপাৰা অসমৰ পশ্চিমপ্ৰান্তীয় জিলা। এই জিলাৰ ইতিহাস সুদূৰপ্ৰসাৰী। ইয়াৰ প্ৰাচীন ভৌগোলিক সীমা নিৰ্দ্ধাৰক ইতিহাস প্ৰকৃততে বিচাৰি পোৱাটো তেনেই কঠিন। পৌৰাণিক যুগত বৰ্তমানৰ গোৱালপাৰা জিলাখন আন আন জিলা যেনে ৰংপুৰ কোচবিহাৰ, জলপাইগুৰি ময়মনসিং, গাৰোপাহাৰ আদি জিলাৰে সৈতে প্ৰাগজ্যোতিপুৰৰ লগত অন্তৰ্ভুক্ত আছিল। মধ্যযুগত প্ৰাগজ্যোতিপুৰৰ নাম হয় কামৰূপ। কামৰূপ ৰাজ্য চাৰিটা পীঠত বিভক্ত ৰত্নপীঠ কামপীঠ, সুবৰ্ণ-পীঠ আৰু সৌমাৰপীঠ। সোণকোষৰ পৰা ৰূপহী নৈলৈকে এই বিস্তৃত অঞ্চল আছিল ৰত্নপীঠ অৰ্থাৎ পুৰণি গোৱালপাৰা জিলা। ১৬৩৭ চনত গোৱালপাৰা মোগলৰ হাতলৈ যায় যদিও ১৬৫৮ চনত আহোম ৰজাই গোৱালপাৰা নিজৰ দখললৈ আনে। কিন্তু তিনি বছৰ পিছতেই ১৬৬২ চনত ই পুনঃ মোগলৰ হাতলৈ গুচি যায। মোগলৰ আমোলত গোৱালপাৰাত নটা পৰগণা আছিল। ইংৰাজসকল অসমলৈ অহাৰ আগলৈকে গোৱালপাৰা সুকীয়া জিলা নাছিল। ই ৰংপুৰ জিলাৰ ভিতৰত আছিল। ১৮২২ চনত গোৱালপাৰা আৰু গাৰোপাহাৰ ৰংপুৰৰ পৰা পৃথক হৈ উত্তৰ-পুৱ ৰংপুৰ জিলাৰূপে নতুন জিলা হয়। ১৮২৬ চনত ইযাণ্ডাবু সন্ধিৰ পিছত ই অসমৰ লগত লগ হয়। ১৮৬৬ চনত আকৌ পুবদুৱাৰ আৰু গোৱালপাৰা জিলা একেলগ কৰি কোচবিহাৰৰ আয়ুক্তৰ অধীনলৈ অনা হয়। কাৰণ তেতিয়া গোৱালপাৰা পুব দুৱাৰৰ অংশ আছিল। ১৮৬৯ চনত গাৰো পাহাৰ গোৱালপাৰাৰ পৰা পৃথক হয়। ইয়াত ধুবুৰী আৰু গোৱালপাৰা দুখন মহকুমা হয়। ১৯৫৭ চনত ধুবুৰী মহকুমাৰ কিছু অংশ কাটি কোকৰাঝাৰৰ মহকুমাৰ সৃষ্টি হয়। ১৯৮৩ চনত

তিনিখন মহকুমা তিনিখন জিলাৰূপে ঘোষিত হয়। পিছত উত্তৰ শালমাৰা মহকুমা আৰু কোকৰাঝাৰব কিছু অংশ লৈ বঙাইগাঁও নতুন জিলা হয। এইদৰে পূৰ্বৰ গোৱালপাৰা জিলা চাৰিখন জিলাত পৰিণত হ'য়। ওপৰত উল্লেখিত আলোচ্য প্রবন্ধত আমি অবিভক্ত গোৱালপাৰা জিলাৰ জনগোষ্ঠীৰ গাঁথনি আৰু ইয়াৰ ভাষা-সংস্কৃতি সম্বন্ধে আলোচনা কৰিম।

বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি এই অবিভক্ত গোবালপাৰা জিলা। প্রাচীন কালৰে পৰা বিভিন্ন জনগোষ্ঠীৰ মানুহে গোৱালপাৰা জিলাত পৰম সম্প্রীতিৰে বসবাস কৰি আহিছে। বিভিন্ন ৰাজনৈতিক কাৰণত এই জিলা খণ্ড খণ্ড হৈ পৰিলেও ইয়াৰ ভাষা, সাহিত্য, সংস্কৃতি আৰু জনগোষ্ঠীৰ গাঁথনি পৃথক হৈ পৰা নাই। এতিয়াও গোবালপৰীযা ভাষা-সংস্কৃতি বুলিলে চাৰিওখন জিলাৰ ভাষা-সংস্কৃতিকে বুজায।

বিভিন্ন জনগোষ্ঠী বোলোতে গাৰো ৰাভা, হাজং, বড়ো, কছাৰী, চাঁওতাল, কোচ ৰাজবংশী, মেচ, জলধা সূত্রধৰ, নাপিত, যোগী (নাথ), নমশূদ্র, গোসাঁই, মহন্ত, কলিতা, কাযস্থ, ব্রাহ্মণ, মুছলমান হীৰা কমাৰ, কৈৱৰ্ত আৰু অন্যান্য বহুতো জনগোষ্ঠী গোৱালপাৰা জিলাত বসবাস কৰি আছে। জিলাখনত কোচ-ৰাজবংশীসকলৰ সংখ্যাই সৰ্বাধিক। গোসাঁই, মহন্ত, ব্রাহ্মণ, কলিতা, কাযস্থ আদিৰ সংখ্যা অতি তাকৰ। জিলাখনৰ দক্ষিণ অংশৰ পূব প্রান্তত ৰভাসকল আৰু কোকৰাঝাৰ জিলাত বড়োসকলৰ প্রাধান্য বেছি। গোবালপাৰা জিলাত মুছলমান সম্প্রদাযৰ সংখ্যাও লেখত ল'বলগীযা। সেইদৰে জিলাখনৰ ঠাযে ঠাযে আন জনগোষ্ঠীৰ লোকো আছে আৰু এওঁলোকে জিলাখনৰ বৈচিত্র্যৰ মাজত ঐক্যৰ যোগসূত্র স্থাপন কৰিছে।

বড়োসকল গোবালপাৰা জিলাৰ আদিম অধিবাসী বুলি জনা যায। পূৰ্বৰ অধিবাসী হিচাপে ব্রহ্মপুত্র উপত্যকাত বড়োসকলে নিজকে বড়োনি ফিসা' বা বড়োৰ সন্তান বুলি পৰিচয় দিযে। এওঁলোকে সমাজ পাতি মিলি-জুলি, সহজ-সৰল নীতি-প্রণালীৰে তথা পূৰ্বপুৰুষসকলৰ বন্ধন অনুকৰণৰ মাজেদি জীয়াই থাকিবলৈ ভাল পায়। এওঁলোকৰ নিজা ভাষা সংস্কৃতি

আৰু ঠালো আছে। এই ঠালসমূহক 'মাহাৰী' বোলে। এওঁলোকৰ বিভিন্ন মাহাৰী আছে। বসুমতাৰী, দৈমাৰী, ৱাৰী, নাৰ্জাৰী, মছাহাৰী, খাখলাৰী ৰামচিয়াৰী ইত্যাদি।

ইয়াৰ পিছতে কোচ ৰাজবংশী গোষ্ঠীৰ লোকসকলক স্থান দিব পৰা যায় যদিও প্ৰাচীন তথ্যাদিৰ পৰা এই কোচ-ৰাজবংশী গোষ্ঠীৰ ৰাজবংশীসকলক বড়ো গোষ্ঠীৰ সমসাময়িক বুলি ধৰা হয। গেইট চাহাবে কোচসকলক মঙ্গোলীয় জাতি বুলি উল্লেখ কৰিছে। বৰ্তমানে কোচ বুলিলে হিন্দুসকলৰ এটা জাতিক বুজায। উত্তৰ-বঙ্গ আৰু গোৱালপাৰাত এই জাতি ৰাজবংশী নামে জনাজাত। গোৱালপাৰাৰ বিভিন্ন অঞ্চলত বাস কৰা কোচসকলক বিভিন্ন নামেৰে জনা যায। ড° গ্ৰীয়াৰ্ছন চাহাবে কোচসকলক ছয ভাগত ভাগ কৰিছে। হাড়িগাৱা, সাতপৰীযা, দামগাৱা, চাপৰা, ৱানাং আৰু তিনটেকীযা। কোচসকলে যি ভাষা ব্যবহাৰ কৰে তাৰ নাম 'ঝাৰুবা ভাষা'। এই ভাষা কোচ, ৰাভা হাজংসকলৰ মাজত উমৈহতীযা ভাষা হিচাপে ব্যবহাৰ হয। হাজংসকলকো এই অঞ্চলৰ আদিম অধিবাসী যেন লাগে। অঞ্চলভেদে এওঁলোকৰ মাজতো বিভিন্ন ভাগ আছে - হাৰং পাৰিযা, ভজালু পাৰিযা, মাণিক পাৰিযা, টেপৰ পাৰিযা, সাতদল আৰু মনজি পাৰিযা ইত্যাদি।

গোৱালপাৰা অঞ্চলত বসবাস কৰা ৰাভাসকল সম্পৰ্কে বিভিন্ন মতামত পোৱা যায। বৰ্তমানে কোচ আৰু ৰাভাসকলৰ মাজত সংমিশ্ৰণ হোৱা যেন লাগে যদিও ৰভাসকলৰ নিজস্ব সত্তা আছে। ৰাভাসকলো কেবা ভাগত বিভক্ত। যেনে—পাতি, ৰাঙদানী, মৈতৰী, তোতলা, বিতলিযা, কোচ-ৰাভা, দহৰী ইত্যাদি। এওঁ লোকৰ বেছিভাগেই ব্ৰহ্মপুত্ৰ উপত্যকা আৰু গাৰোপাহাৰৰ মধ্যৱৰ্তী অঞ্চলত বাস কৰে।

জিলাখনৰ ঠায়ে ঠায়ে কলিতা, কায়স্হ মানুহৰ বসতি কিছু পৰিমাণে দেখা যায়। কিন্তু সংখ্যাত এওঁলোক নিচেই তাকৰ। ৰবিনছন চাহাবৰ মতে, কলিতাসকলে এসময়ত কোচসকলৰ ব্ৰাহ্মণৰ কাম কৰিছিল। পিছত বৈদিক ব্ৰাহ্মণসকলে এওঁলোকৰ

স্থান গ্ৰহণ কৰে। কিছুমানৰ মতে এওঁলোক ক্ষত্ৰিয় মানুহ।

গোৱালপাৰা জিলাৰ বিভিন্ন অঞ্চলত এক বহুজনসংখ্যাক মুছলমান সম্প্ৰদায়ৰ লোকৰ বসতি লক্ষ্য কৰা যায়। ঠাই বিশেষে এওঁলোকক বিভিন্ন নামেৰে জনা যায়। যেনে – ঘুল্লীয়া চৰুৱা, উজানি, ঝাৰুৱা, নামদানিযা বাউসীয়া হাবৰাঘাটীয়া, বাইৰ বন্দি 'সান্দাৰ' ইত্যাদি। তদুপৰি সময়ৰ সোঁতত জিলাখনত ভাটীফালৰ পাবনা মৈমনসিংহ আদি জিলাৰ পৰা অসংখ্য লোকৰ প্ৰব্ৰজন হয়। এওঁলোকক ভাটীযা কোৱা হয।

ইয়াৰ উপৰি নাথ, (যোগী), চাওঁতাল হীৰা, কমাৰ, কৈৱৰ্ত, শুদ্ৰ, গোসাঁই, মহন্ত, শিখ জৈন খৃষ্টান আদি বিভিন্ন জনগোষ্ঠীৰ লোকে গোৱালপাৰাৰ বিভিন্ন অঞ্চলত বসবাস কৰি গোবালপৰীযা সমাজ-সংস্কৃতিৰ এটি উমৈহতীযা দিশ ৰচনা কৰিছে আৰু গোৱালপৰীযা ভাষা, কৃষ্টি আৰু সংস্কৃতিৰ বৰঘৰ নিৰ্মাণত বিভিন্ন প্ৰকাৰে অৰিহণা যোগাইছে।

গতিকে দেখা যায যে গোবালপাৰা জিলাৰ জনগোষ্ঠীৰ গাঁথনি মিশ্ৰিত। ইযাৰ গাঁথনিত বিভিন্ন জনগোষ্ঠীৰ অৱদান আছে। বিভিন্ন জনগোষ্ঠীৰ লোকে জিলাখনত বসবাস কৰি সমন্বয়ৰ ভেটি স্থাপন কৰিছে।

**ভাষা সংস্কৃতি ঃ** গোৱালপাৰা জিলাত যিটো ভাষা প্ৰচলিত সেযা পোনে পোনে অসমীযাও নহয, বঙালীও নহয। অসমীয়া, বঙালী ৰাভা কছাৰী এইসকলোৰে সংমিশ্ৰণত গঢ উঠা ই এটা বিশেষ ভাষা। প্ৰাচীন কামৰূপৰ ইতিহাসৰ পৰা আমি জানিব পাৰোঁ যে পশ্চিমে কৰতোৱা নদীৰ পৰা আৰম্ভ কৰি পূবে কোচ-হাজো পৰ্যন্ত এই অঞ্চলত এটি নিজস্ব ভাষা প্ৰচলিত হৈছিল। তাৰে ভিতৰত ৰাজবংশী-প্ৰধান অঞ্চলত অৰ্থাৎ কোচবিহাৰৰ পৰা বৰনগৰলৈকে এই খণ্ডত তীৰবতী-বাৰ্মিজ ভাষাৰ শাখা পৰিযালৰ আৰু ইন্দো-আৰ্য ভাষাৰ শাখা পৰিযালৰ মিলনস্থলৰূপে দেখা দিছে। এই অঞ্চলৰ ভাষাক একাধাৰে যেনেকৈ অসমীযা ভাষা বুলি কোৱা টান সেইদৰে বঙালী ভাষাৰ ভিতৰতো স্থান দিব নোৱাৰি। এই অঞ্চলৰ এটা নিজস্ব ভাষা আছে। ভাষাতত্ত্ববিদ পণ্ডিত জৰ্জ গ্ৰীয়াৰ্ছন চাহাবে এই ভাষাটোক 'ৰাজবংশী ভাষা'

হিচাপে অভিহিত কৰিছে। ড° বাণীকান্ত কাকতিদেৱৰ মতে, "গোৱালপাৰা জিলাত কথিত ভাষাৰ লগত ৰাজবংশী উপভাষাৰ যথেষ্টৰূপে মিশ্ৰণ ঘটা যেন লাগে। এই ৰাজবংশী উপভাষাটো কোচ ৰজাসকলৰ দিনত ক্ৰমবিকশিত হৈছিল।"

গোৱালপাৰা জিলাৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় যে প্ৰাচীন গোৱালপাৰা জিলাখন শাসন কৰিছিল কোচ ৰজাসকলে। এই ৰাজবংশৰ ভাষাই আছিল ৰাজবংশী ভাষা। ৰাজভাষা হিচাপে সমগ্ৰ ৰাজ্যতে এই ভাষাৰ প্ৰচলন আছিল। ৰাজবংশী ভাষা নাম দিয়াৰ কাৰণে ই যেন কেৱল ৰাজবংশী মানুহৰে ভাষা সেয়া সঠিক নহয়। এই নাম দিয়াৰ প্ৰধান কাৰণ হৈছে যে এই অঞ্চলত কোচ-ৰাজবংশী গোষ্ঠীৰ লোকৰ সংখ্যা অধিক। এই সকল লোকে ৰজা বা ৰাজবংশৰ লোকে ব্যৱহাৰ কৰা ভাষাটোকে ব্যৱহাৰ কৰিছিল। কিন্তু ড° উপেন্দ্ৰ নাথ গোস্বামীদেৱৰ মতে গোৱালপৰীয়া ভাষাটোক ৰাজবংশী বোলাৰ বিশেষ যুক্তি নাই। কাৰণ গোৱালপাৰা জিলাৰ স্থানীয় লোকসকলে এই ভাষাটোক 'দেশী ভাষা' বুলিহে কোৱা শুনা যায়। এই স্থানীয় ৰূপটো অকল ৰাজবংশী সম্প্ৰদায়ৰ লোকসকলৰ মাজতে সীমাবদ্ধ নহয়: 'ই সকলো সম্প্ৰদায়ৰ কথিত ভাষা। এই ৰূপৰ প্ৰৱাহটোৱে গোৱালপাৰা জিলাৰ আন আন অঞ্চলতো বিস্তৃতি লাভ কৰিছে আৰু বিভিন্ন অঞ্চলত সেই ৰূপৰ কিছু পৰিবৰ্তনে দেখা দিছে। (অবিভক্ত) গোৱালপাৰা জিলাৰ পশ্চিমৰ পৰা পূবলৈকে এই ভাষাটোৱে গতি কৰি কামৰূপী উপভাষাৰ সৈতে মিলিছে।' (অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ) গোৱালপাৰাৰ বিভিন্ন অঞ্চলত প্ৰচলিত দেশী ভাষাৰ নিদৰ্শন হিচাপে কেইটামান বাক্য দাঙি ধৰা হ'ল—

তুমি ক'লৈ যোৱা? (মান্য অসমীয়া)

তুই কুনঠে যাইস?
তুই কুতি যাইস?
তুই কোটাই যাস? (দেশীভাষা)

ভাষা-সংস্কৃতি বোলোতে গীত-পদ, ফকৰা যোজনা, সাঁথৰ-প্ৰবচন, তন্ত্ৰ-মন্ত্ৰ জনশ্ৰুতি, কিম্বদন্তী আদিৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা সংস্কৃতিক বুজা যায়। গোৱালপাৰা জিলাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত গীত-পদ ফকৰা-যোজনা সাঁথৰ-প্ৰবচন আদিৰ এক সুকীয়া বৈশিষ্ট্য আছে আৰু এইবোৰে অসমৰ সাংস্কৃতিক দিশত বিশেষ অৰিহণা যোগাইছে।

মানৱ জাতিৰ ব্যক্তিগত আৰু সামূহিক ভাব-অনুভূতিৰ প্ৰকাশ হিচাপে লোক-গীতবোৰ প্ৰত্যেক ভাষাৰে অমূল্য সম্পদ। গোৱালপৰীযা লোকগীতবোৰ অকল গোৱালপাৰাৰে নহয় ই অসমীয়া সংস্কৃতিৰো এক বিশিষ্ট ৰূপ। বিষয়বস্তুৰ ফালৰ পৰা গোৱালপৰীয়া লোকগীতসমূহ দেহতত্ত্বমূলক, আধ্যাত্মিক প্ৰেমমূলক, হাস্যোদ্দীপক আদি কেবাভাগত ভগাব পাৰি। এইবোৰক আকৌ চটকা, ভাৱাইযা আদি ভাগতো ভগোৱা হয। গীতবোৰ প্ৰধানতঃ উদ্দেশ্যধৰ্ম্মী। ব্যক্তি জীৱনৰ আশা-আকাংক্ষা, প্ৰেম-বিৰহ, ব্যৰ্থ-জীৱনৰ হা-হুতাশ, জীৱনৰ অনিত্যতা আদিৰ বৰ্ণনা গীতবোৰত পোবা যায। দেহতত্ত্ব বা ভক্তিমূলক গীতবোৰত সংসাৰৰ অসাৰতা, মানৱ দেহৰ মূল্যহীনতা প্ৰকাশ পাইছে। কিছুমান গীত আকৌ ৰূপক ধৰ্মী—

"নদীৰ ঢৌ দেখিযা পৰাণ উৰিযা যায ৰে
এ হেনো সোনাৰ তৰী জলেবা ভাসিযা যায।"

এনেধৰণৰ গীতবোৰত মানৱদেহৰ ক্ষণ-ভঙ্গুৰতাৰ কথা প্ৰকাশ পাইছে।

গোৱালপৰীয়া ভাৱাইয়া আৰু চটকী গীতবোৰৰ বিষয়বস্তু হ'ল প্ৰেম। এই গীতবোৰত ডেকা-গাভৰুৰ প্ৰেম পিৰীতি আৰু আসক্তিৰ ভাব অতি সুন্দৰভাৱে ফুটি উঠিছে। প্ৰেম যৌৱনৰ সম্ভ্ৰান্ত আলহী।

নাৰীৰ বসন্ত কালে
মুখে মধুৰ হাসি
পুৰুষেৰ বসন্ত কালে
হাতে মোহনবাঁশী।

এয়া দেহত যৌৱনৰ 'সোণৰ কাঠিৰ পৰশ লগা'ৰ বতৰা। যৌৱনৰ লগতে ডেকা-গাভৰুৰ জীৱনলৈ পিৰীতিও আহে হাতে ধৰি লিগিৰী হৈ।

ইয়াৰ উপৰিও গোৱালপাৰা জিলাত ভিন ভিন্ সময়ত হোৱা বিভিন্ন উৎসৱ, পূজা-পাৰ্বণ আদিত ক্ৰমে পদ্মপুৰাণৰ গীত, চড়ক পূজাৰ গীত, বাঁহ পূজাৰ গীত, হুদুম দেওৰ গীত, সোণাৰায়ৰ গীত, মদন-কামৰ গীত, অ'ৰিমগা গীত, বিষা গীত আদি অনেক গীত গোৱা হয়। তদুপৰি ময়নামতীৰ গীত, কুশান গীত, ভাষান যাত্ৰাৰ গীত, নাওখেলৰ গীত, নিচুকনি গীত হাতী মাহুতৰ গীত, মইষাল গীত নাবৰীয়া গীত, মাছমৰীয়া গীত আদি এশ একুৰি গীত আবহমান কালৰে পৰা গোৱালপৰীয়া জনজীৱনত গাই অহা হৈছে। এই গীতবোৰে গোৱালপৰীয়া ভাষা-সংস্কৃতিৰ ভঁৰাল চহকী কৰিবলৈ সমৰ্থবান হৈছে।

ইয়াৰ উপৰিও বিভিন্ন জনগোষ্ঠী যেনে—বড়ো, কছাৰী, ৰাভা, হাজং, চাওতালসকলে বিভিন্ন বিভিন্ন পূজা-পাৰ্বণ, উৎসৱ আদিত গোৱা গীতবোৰেও গোৱালপৰীয়া তথা অসমীয়া সংস্কৃতিৰ সম্প্ৰসাৰণত সহায়ক হৈছে। বড়োসকলে ব'হাগ বিহুক আদৰণি জনাই 'বৈছাগু' গীত গায়। সেইদৰে নৃত্যৰ লগত সঙ্গীত ৰাখি বড়োসকলৰ 'বাগৰুথা' লোকগীত গোৱা হয়। বড়োসকলৰ প্ৰধান দেৱতা বাথৌ আৰু শিব্ৰাই। খেৰাই পূজাৰ সময়ত খেৰাই গীতেৰে বড়োসকলে উপাস্য দেৱতাৰ বন্দনা কৰে। সেইদৰে দেওধনী, মাইগাইনায় আদি নৃত্য-গীতে বড়োসকলৰ ঐতিহ্য বহন কৰিছে। এই গীতবোৰৰ মাজেৰে বড়োসকলৰ ভাষা-সংস্কৃতি স্পষ্টভাবে ফুটি ওলাইছে।

'বায়খু' ৰাভা জনগোষ্ঠীৰ এক কৃষিভিত্তিক উৎসৱ। এই উৎসৱত খেতিৰ মঙ্গলৰ অৰ্থে পথাৰত দেৱীক আহ্বান কৰি গীত গায়। ৰাভাসকলৰ এক পৰম্পৰাগত নৃত্য হ'ল হাছোং নৃত্য। হাছোং পূজাত বিভিন্ন গীতেৰে হাছোং নৃত্য কৰা হয়। চাওঁতাল-সকলৰ বাহা নৃত্য, কাৰাম নৃত্য ঐতিহাসিক নৃত্য হিচাপে স্বীকৃতি পাই আহিছে। মাদল, ডোবা, বাঁহী আদিৰ অপূৰ্ব সমন্বয়ত

গোৱা সহৰায় নৃত্য, দাসাঁই নৃত্য আদিৰ উপৰিও 'গাম-কুদুম' লোকগীত 'ছেন্দ্রাসুৰ' আদি লোকগীতসমূহত চাওঁতালসকলৰ জন-সংস্কৃতি প্রকাশ পোৱাৰ লগে লগে তেওঁলোকৰ ভাষা-সংস্কৃতিৰ বিকাশ ঘটে।

ফকৰা-যোজনা, পটন্তৰ, প্রবচন, নীতি-বচন, জতুৱা-ঠাঁচ, আদি গোৱালপৰীয়া ভাষা-সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। এইবোৰৰ মাজেদি জাতীয় জীৱনৰ আদর্শ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ ৰুচি-অৰুচি আদি বিভিন্ন দিশৰ প্রতিফলন ঘটিছে।

বিভিন্ন পৰিবেশত মনৰ ভাব বা ক্রিযা-প্রতিক্রিযাৰ দীঘলীয়া বর্ণনা নিদি থোৱতে মনৰ ভাব প্রকাশ কৰাৰ এটা সহজ উপায় হ'ল ফকৰা-যোজনাসমূহ। এসময়ত জনসমাজত ফকৰা-যোজনাৰ বৰ সমাদৰ আছিল। যুগৰ পৰিবর্তন আৰু আধুনিক শিক্ষাৰ প্রসাৰৰ লগে লগে জনমানসত এইবোৰ অনাদৃত হৈ পৰিল। কিন্তু তথাপি এতিযাও গাঁবৰ বুঢ়া-বুঢ়ীৰ মুখত কথাই প্রতি যোজনা ব্যবহাৰ কৰা পৰিলক্ষিত হয। মানুহৰ চৰিত্র, আচাৰ-ব্যবহাৰ খাবন-শোবন, চলন-ফুৰণ, ধর্ম-কর্ম সকলো ক্ষেত্রতে ফকৰাৰ প্রযোগ মন কৰিবলগীযা। লোকৰ অনিষ্ট কৰিলে নিজৰে অনিষ্ট হয—তাকে বুজাইছে তলৰ ফকৰাটিযে—

আইকণ মাইকণ কান্দি কান্দি কয\
লোকক ঠকাইলে এনে দশা হয়।

আকৌ কওঁতা আগেয়ে সম্ভ্রমশীল ব্যক্তি আছিল, এতিয়া মান-সম্ভ্রম গুচিল, ভবিষ্যতে বা আৰু কি হয—তাকে কৈছে এইদৰে—

আছিলুং মাগুৰ হইলুং কৈ\
দিনে দিনে আৰোবা কি হৈ।

গোৱালপৰীযা গাঁৱলীযা সমাজত প্রচলিত সাঁথৰবোৰৰ জৰিযতে সহজ-সৰল লোকৰ বুদ্ধিমত্তাৰ পৰিচয় পোৱা যায়। এই সাঁথৰবোৰ তেওঁলোকৰ কর্মময় জীৱনৰ অৱসৰ বিনোদনৰ মাধ্যম।

দলকুম্ কুম্ দলকুম্ কুম্ দলেৰ তলত ভাষা
হাড়া নাই হাড্ডি নাই মান্সি খাবাৰ আসা।

উত্তৰ—জোক।

এইদৰে জিলাখনৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা-সংস্কৃতি জিলাৰ বিভিন্ন লোকৰ মাজত বিৰাজ কৰা বিভিন্ন গীত, পদ, ফকৰা-যোজনা, সাঁথৰ, প্ৰবচন আদিৰ ওপৰত নিৰ্ভৰশীল।

———

# গোৱালপৰীয়া লোক-সংস্কৃতিৰ বিকাশ আৰু সংৰক্ষণ

**গোৱালপাৰা জিলাখন ঃ**

বহল দৃষ্টিত গোবালপাৰা জিলা বুলিলে আমি ধুবুৰী, কোকৰাঝাৰ, বঙ্গাইগাঁও আৰু গোবালপাৰা এই—চাৰিওখন জিলাকেই বুজোঁ অৰ্থাৎ অবিভক্ত গোৱালপাৰা জিলাখনকেই বুজোঁ। যাৰ উত্তৰে ভুটান পাহাৰ পুবত কামৰূপ জিলা, দক্ষিণত গাৰোপাহাৰ আৰু পশ্চিমত বাংলাদেশ আৰু পশ্চিমবঙ্গ।

ইতিহাসে ঢুকি নোপোৱা পূব ৰ দিক্কৰবাসিনীৰ পৰা পশ্চিমে কৰতোৱা নৈলৈকে এই বিশাল ভূমিখণ্ড একালত প্ৰাগজ্যোতিষ পুৰ নামে জনাজাত আছিল। এই ভূখণ্ড ৰত্নপীঠ, কামপীঠ সুৱৰ্ণপীঠ আৰু সৌমাৰপীঠ নামেৰে চাৰিটা ভাগত বিভক্ত আছিল। পশ্চিমে কৰতোবা নৈৰ পৰা সোণকোষলৈ কামপীঠ আৰু সোণকোষৰ পৰা ৰূপহী নৈলৈ আহিল ৰত্নপীঠ। অবিভক্ত গোৱালপাৰা জিলাখন এই ৰত্নপীঠৰ অন্তৰ্ভুক্ত। পুৰণি দিনৰ পৰাই এই জিলাখনে নিজৰ স্বকীয় ঐতিহ্য আৰু পৰম্পৰা ৰক্ষা কৰি আহিছে।

**সংস্কৃতি ঃ**

সংস্কৃতি শব্দটো সম আৰু কৃতিৰ যোগত সম্পন্ন হৈছে। কৃতি মানে কৰ্ম, যি কৰ্মত আছে সৃজনশীলতা, সৌন্দৰ্য আৰু মানৱতা। সংস্কৃতি হৈছে কোনো এটা জাতিৰ জাতীয় জীৱনৰ বৈ থকা এটি জুৰিস্বৰূপ। জুৰি এটিৰ দৰে সংস্কৃতিৰো গতি আছে। সংস্কৃতিৰ এই গতি আৱহমান কালৰে পৰা বৈ থাকে। জুৰি বৈ থাকোঁতে পাৰ খহায় আৰু বালিৰ চৰো পেলায়। সংস্কৃতিয়ো সময়ত নিজৰ অস্তিত্ব-সম্পদ এৰি দিয়ে আৰু নতুনতৰ সৃষ্টি কৰে।

পশ্চিমৰ 'Culture' শব্দটো সংস্কৃতিৰ নতুন ৰূপ মাথোন। অসমীয়াৰ কৃষ্টি শব্দটো 'Culture' শব্দৰ সমপৰ্যায়ক। মানুহে খেতি কৰিবলৈ লোৱাৰে পৰা উৎপাদিকা শক্তিসম্পন্না পৃথিৱী কৰ্ষণ কৰি শস্য উৎপাদন কৰিবলৈ লয়। এই শস্যই মানুহক জীৱনীশক্তি দান কৰে। শেষত সৃষ্টিশীল মন লৈ মানুহ জীয়াই থাকিবলৈ লয়। তেতিয়া আৰম্ভ হয় মানুহৰ ভিতৰত মনৰ কৰ্ষণ, সৃষ্টি হয় নতুন নতুন উপাদান।

আৱহমান কালৰে পৰা সংস্কৃতিয়ে জাতি একোটাৰ জীৱন দৰ্শন প্ৰতিফলিত কৰি আহিছে। ব্যক্তিমানসৰ বিভিন্ন ভাব আৰু চিন্তাধাৰা আশা-নিৰাশা, আবেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত বিকাশৰ জৰিয়তে সংস্কৃতিয়ে প্ৰকাশ কৰে একোটা জাতিৰ নৈতিকতা আৰু সেই জাতিৰ চৰিত্ৰ। জাতি একোটাৰ মানসিক বিকাশৰ স্ফূৰণ হয় সেই জাতিটোৰ সাংস্কৃতিক জীৱনৰ মাজেদি। সেয়ে সংস্কৃতিক বাদ দি জাতিৰ অস্তিত্বৰ কথা কল্পনা কৰিব নোৱাৰি।

মানুহৰ বস্তুগত, ভাবগত, আধ্যাত্মিক, জাগতিক সকলো সৃষ্টিকে সংস্কৃতিয়ে সামৰি লয়। চিন্তা-চৰ্চা, কল্পনা আদিৰে মনৰ উৎকৰ্ষ সাধন কৰি মানুহ পশুত্বৰ পৰা মনুষ্যত্বলৈ উন্নীত হয়। মানুহ কল্পনা আৰু অনুভূতিৰে মনৰ উৎকৰ্ষ সাধন কৰি লগতে পাৰ্থিৱ আৰু জৈৱিক বাসনাসমূহ সংযত কৰি জন্ম দিছিল ধৰ্মৰ। কালক্ৰমত এই ধৰ্মক ভেটি কৰিয়ে সংস্কৃতিৰ বিকাশ হয়।

গোৱালপৰীয়া লোক-সংস্কৃতি গোৱালপৰীয়া সংস্কৃতিৰ অন্তৰ্ভুক্ত আৰু এই সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ এটি উপকৰণ মাত্ৰ। বহু হেজাৰ বছৰ আগতেই ভাৰতীয় সংস্কৃতিৰ এক নিজস্ব বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি গঢ় লৈ বিকাশ সাধন কৰিছিল। ভাৰতবৰ্ষত দলে দলে বিভিন্ন জনগোষ্ঠী আহিছিল আৰু তেওঁবিলাকে নিজৰ নিজৰ সংস্কৃতি প্ৰতিষ্ঠা কৰিছিল। কালক্ৰমত সেইবোৰ জনগোষ্ঠী পাৰস্পৰিক সংস্পৰ্শলৈ আহিছিল আৰু ফলত সমন্বয় সাধন হৈছিল। অসমীয়া সংস্কৃতিও সমন্বয়ৰ সংস্কৃতি। ই কোনো নিৰ্দিষ্ট জাতি বা জনগোষ্ঠীৰ সংস্কৃতি

নহয়। আৰ্য, কিৰাত, নিষাদ, দ্ৰাবিড় আদি সকলো সংস্কৃতিৰ উপাদান সংমিশ্ৰণ হৈ প্ৰাচীন অসমীয়া সংস্কৃতি গঢ়ি উঠিছে। গোৱালপাৰা জিলা এই অসমৰে এক অবিচ্ছেদ্য অঙ্গ। সেয়ে গোৱালপৰীয়া সংস্কৃতিও সমন্বয়ৰ সংস্কৃতি।

**গোৱালপাৰাৰ ভৌগোলিক পৰিবেশ ঃ**

অসমৰ পশ্চিমৰ সীমামূৰীয়া জিলা হ'ল গোৱালপাৰা। ই মৌচুমী অঞ্চলত কৃষি প্ৰধান। সেই বাবে ইয়াৰ লোক-সংস্কৃতিও কৃষিমুখী। উৎসৱ-পাৰ্বণ, আচাৰ-ব্যৱহাৰ, চলন ফুৰণ সকলোতে কৃষিৰ প্ৰভাৱ পৰিছে। ইয়াৰ জলবায়ু সেমেকা। মানুহৰ চাল-চলন, পিন্ধন-উৰণ, খাদ্য, শিল্প, স্থাপত্য-ভাস্কৰ্য, চিত্ৰ-কলা সকলোতে ভৌগোলিক প্ৰভাৱ বিৰাজ কৰিছে।

**লোক-সংস্কৃতি কি ঃ**

কোনো এক ভূমিখণ্ডত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোক-জীৱনৰ ভেটিত গঢ়ি উঠা সংস্কৃতিয়েই লোক-সংস্কৃতি। সেই বাবেই ইয়াৰ ভেটি অতি সুদৃঢ়। আন আন ঠাইৰ দৰে গোৱাল-পাৰা জিলাতো যুগ যুগ ধৰি চলি অহা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ পৰম্পৰা সাধিত হৈ লোক সংস্কৃতিৰ জন্ম হৈছে। সমন্বয়েই গোৱালপৰীয়া লোক সংস্কৃতিৰ ধৰ্ম। আদিম যুগৰে পৰা এই ভূমিখণ্ডত বাস কৰা বড়ো, কছাৰী, ৰাজবংশী আৰু কিৰাতসকল লোক-সংস্কৃতিৰ বাহকৰূপে খ্যাতি অৰ্জন কৰি আহিছে। বুদ্ধৰ বাণী এসময়ত গোটেই ভাৰতবৰ্ষত প্ৰচাৰ হোৱাত ই বুদ্ধ যোগীৰ বাসস্থান হৈ পৰে আৰু সময়ত যোগী বা নাথ সম্প্ৰদায়ৰ সৃষ্টি হয়। এই নাথ জাতি গোৱালপাৰাৰ এটি প্ৰাচীন জাতি। সময়ে বাগৰ সলায়। কবলৈ অপ্ৰিয় যদিও এসময়ত হিন্দু সমাজত কেৰোণ সোমায়, ব্যভিচাৰে দেখা দিয়ে। ফলত সৃষ্টি হয় দুটা জাতি—উচ্চ আৰু নীচ। শোষক আৰু শোষিত। মানুহ মানুহৰ অস্পৃশ্য হয়। ধৰ্মৰ ই চৰম বিপৰ্যয়। এনেতে ত্ৰয়োদশ শতিকাৰ পৰা পশ্চিম দিশেদি আগমন হয় মুছলমানৰ। সংকীৰ্ণ জাতিভেদৰ উৰ্ধ্বত থকা উদাৰ ইছলাম ধৰ্মক হেজাৰ হেজাৰ থলুৱা লোকে সাৱটি লয় ধৰ্মীয়

আৰু সামাজিক নিষ্কৃতিৰ বাবে। কালক্ৰমত ৰত্নপীঠ ভূমিখণ্ড হৈ পৰে হিন্দু আৰু মুছলমানৰ লীলাভূমি। ৰাজনৈতিক মেৰপাকত প্ৰৱেশ কৰাৰ আগলৈকে কোনো অঞ্চলতে সাংস্কৃতিক জীৱনৰ কোনো প্ৰভেদ নাছিল। গাঁও অঞ্চলত এই লোক-সংস্কৃতি আছিল অতিকৈ সুদৃঢ়, আৰু নগৰীয়া জীৱনতো ই আশানুৰূপ-ভা ৱ প্ৰভাৱ পেলাইছিল।

গোবালপৰীয়া লোক সংস্কৃতি বহুমুখী। এই লোক-সংস্কৃতি বিশ্লেষণ কৰি পাৰ পাব নোৱাৰি। ভুৰুকাত হাতী ভৰোবাদি ইয়াৰ এটি চিত্ৰ কেইটামান দিশত দাঙি ধৰিবলৈ প্ৰযাস কৰিছোঁ।

গোবালপাৰা অসমৰে এক অঙ্গ, আৰু সেই হিচাপে ইযাৰ ৰাজ্যিক আৰু লিখিত ভাষা অসমীযা হ'লেও এই ভূমিখণ্ডৰ লোকে তেওঁলোকৰ লোক-জীৱনত এক সুকীযা ভাষা প্ৰচলন কৰি আহিছে। ই গোৱালপৰীযা উপভাষা। চমুকৈ এই উপভাষাটোক দুই ভাগত ভাগ কৰিব পাৰি, অঞ্চল ভিত্তিত— পূব গোবালপৰীযা আৰু পশ্চিম গোবালপৰীযা। বিশিষ্ট ভাষাবিদ গ্ৰীয়াৰ্ছন চাহাবে তেওঁৰ ভ্ৰমণকালত ৰাজবংশী লোকৰ সান্নিধ্যত থাকি এই অঞ্চলত ভাষাটোক 'ৰাজবংশী ভাষা' ব লি কৈছে। আন এগৰাকী ভাষাবিদ। ড° বীৰেন্দ্ৰ নাথ দত্তই গোৱালপাৰাৰ লোকসকলে কোবা ভাষাটোক 'দেশী ভাষা' বা 'গোবালপৰীযা ভাষা' বুলিহে কৈছে। গোৱালপাৰাত কোচ, ৰাজবংশী যোগী, বড়ো, ৰাভা, জলধা, চাওঁতাল, ব্ৰাহ্মণ, কলিতা, কাযস্থ, মুছলমান আদি জনগোষ্ঠীৰ লোকে এই দেশী ভাষা বা গোৱালপৰীযা ভাষা মহীযান কৰি ৰাখিছে যদিও গোষ্ঠীভেদে দুই -এঠাইত সামান্য ব্যতিক্ৰমো আছে। পশ্চিম অঞ্চলৰ প্ৰায়বোব অঞ্চলৰ দেশী ভাষাত শব্দ ভাণ্ডাৰৰ দুই এটা আছুতীয়া কথনভঙ্গীৰ সুৰৰ সূক্ষ্ম পাৰ্থক্য লক্ষ্য কৰা যায। আনহাতে পূব গোৱালপাৰাৰ ভাষাটো অঞ্চলভেদে ঝাৰুৱা বাউচিয়া, বাৰহাজাৰী নামদানীয়া, হাবৰাঘাটীয়া আদি বিভিন্নৰূপত সামান্য পাৰ্থক্যৰ মাজত বিস্তৃতি লাভ কৰিছে। মুঠতে ৰূপতাত্ত্বিক আৰু ধ্বনিতাত্ত্বিক দিশত অঞ্চল ভেদে এই উপভাষা সমূহৰ

স্বকীয় আৰু সুকীয়া বৈশিষ্ট্য থাকিলেও ইবোৰৰ মাজত মৌলিক প্ৰভেদ অতি সামান্য, আৰু এই প্ৰভেদ বহল দৃষ্টিভঙ্গীত বাদ দিলে গোৱালপাৰাৰ উপভাষাটোক গোৱালপৰীয়া ভাষা বা দেশী ভাষা বুলি কোৱাৰ যথেষ্ট স্থল আছে। আবহমান কালৰে পৰা এই গোৱালপৰীয়া ভাষাই নিজৰ সুকীয়া তথা চহকী শব্দ, সাঁথৰ, ফকৰা-যোজনা লোক-কথা, লোক-সাহিত্য, লোকগীত কিচ্ছা-কাহিনী আদিৰে গোৱালপৰীযা লোক-সংস্কৃতিৰ ভঁৰাল টনকিযাল কৰি ৰাখিছে। এই লোক-সংস্কৃতিসমূহ বৈজ্ঞানিক দৃষ্টিভঙ্গীত চিন্তা-চৰ্চা আৰু গোবেষণাৰ মাধ্যমত উপস্থাপন কৰিব পাৰিলে ই নিশ্চয় বৃহৎ অসমীযা সংস্কৃতিৰ শ্ৰীবৃদ্ধিত সহাযক হ'ব। ছাওৱা, চেংৰা, বাথান, মাছা, আপা, পুস্কুণ্ডি, গুন্টি, সাগাই, তুম্বা গেইলে কি আসিবেন, ওকি নাক ডাঙৰাৰ বেটাটা, আমাৰ মাইযো ভাল পিন্দে ফাৰাজাল আগিনা সামটং কুৰ্‌বুত কুৰ্‌বাত আদি শব্দ আৰু বাক্যাংশবোৰ কি সুন্দৰ আৰু সুললিত।

**লোক সাহিত্য:**

গোবালপৰীযা লোক-সাহিত্য গোবালপৰীযা লোক-সংস্কৃতিৰ এক অবিচ্ছেদ্য অঙ্গ। কোনো এটা জাতিৰ লোক-সংস্কৃতিত মৌখিক সাহিত্যৰ জৰিযতে সমাজত প্ৰচলিত গীত-মাত, সাধু-প্ৰবচন 'সাঁথৰ, কিচ্ছা-কাহিনী আদি ব্যক্ত হৈ পৰে। এই লোক সাহিত্য আদিমকালৰে পৰা লোক বা জনসাধাৰণৰ স্মৃতিপটত বেদৰ শ্ৰুতিৰ দৰে সঞ্চিত হৈ মানুহৰ মুখে মুখে বাগৰি আহিছে। এই সাহিত্য গাঁবৰ সাধাৰণ অশিক্ষিত সহজ-সৰল হোজা-চহাৰ অন্তৰত বিভিন্ন ধৰণে স্বতঃস্ফূৰ্তভাবে ওলাই আহে। এই সাহিত্যবোৰত মানব জীৱনৰ সুখ-দুখ আশা নিৰাশা, জয-পৰাজয আদিৰ দৰে মানব সমাজৰ বিভিন্ন ভাব-প্ৰৱণতা, আৱেগ-অনুভূতি প্ৰাকৃতিক ৰূপে প্ৰকাশ পায। ইযাৰ জৰিয়তে কোনো জাতিৰ জাতীয জীৱনৰ প্ৰতিচ্ছবি স্বাভাবিক-ভাৱে মানুহৰ ওপৰত প্ৰভাব বিস্তাৰ কৰে।

লোক-সাহিত্যবোৰ পুৰণি সাহিত্য। কেতিয়া কেনেকৈ কোনে ইযাক ৰচনা কৰিলে সহজে তাৰ উমান পাব নোৱাৰি। ইবোৰ

অলিখিত সাহিত্য। যুগ যুগ ধৰি মুখে মুখে চলি আহিছে। স্মৃতিয়েই ইযাৰ বাহক। ইযাৰ ভাষা-শৈলীও অতি পুৰণি। তুলনামূলকভাবে এই সাহিত্য সীমিত। ই একেলগে ধৰ্মীয় অনুষ্ঠান, নীতি শিক্ষা আৰু সাধুৰা জ্ঞানৰ ভঁৰাল স্বৰূপ। ই কাব্যময় ভাষাৰ বাহক। পৃথিৱীৰ সকলো জাতিৰ মাজতে লোক-সাহিত্যৰ ক্ষেত্ৰত কাব্যৰ সৃষ্টিয়ে প্ৰাধান্য পাইছিল।

পৰম্পৰাগতভাবে আৱহমান কালৰে পৰা মুখে-মুখে বাগৰি অহা এই লোক সাহিত্যৰ বিষযসমূহ আজিৰ সমাজত ঐতিহ্য-মণ্ডিত, ই সাহিত্যৰ জাতীয সম্পদস্বৰূপ। ইয়াৰ উদ্‌ঘাটন, বিকাশ, প্ৰচাৰ আৰু প্ৰসাৰ শিক্ষিত সমাজৰ ওপৰত ন্যস্ত থাকিব লাগে।

লোকগীত ঃ

গোবালপৰীযা লোকগীত অকল গোৱালপাৰাৰে নহয়, ই অসমীযা সংস্কৃতিৰো এক উচ্চমানবিশিষ্ট অঙ্গস্বৰূপ। এই গীতবোৰো মৌখিক সাহিত্য। কোনে, কেতিযা ক'ত এই গীতবোৰ ৰচনা কৰিছিল, নিৰ্ণয় কৰা টান। গীতবোৰ ৰচনাৰ দিনৰে পৰা বৰ্তমান কাললৈ মানুহৰ মুখে মুখে বাগৰি আহিছে। এইবোৰ ঠাযে ঠাযে কেতিযাবা লৰচৰ হ'লেও ইযাৰ তাল, মান, সুৰ আজিও বিকৃত হৈ থকা নাই।

বিষয়বস্তুৰ দৃষ্টিকোণৰ পৰা এই লোকগীতসমূহ বহুমুখী। তাল-মান-লয-সুৰ আদিৰ পৰা এই গীতবোৰ দেহতত্ত্ব, আধ্যাত্মিক, ধৰ্মমূলক, প্ৰেমমূলক আৰু হাস্যোদ্দীপক। আকৌ ইয়াক চটকা, খেমটি ভাৱাইয়া, পযাৰ আদি ভাগতো ভগাব পাৰি। গীতবোৰ বস্তুতঃ উদ্দেশ্যধৰ্ম্মী। জীৱনৰ আশা আকাঙ্ক্ষা, প্ৰেম-বিৰহৰ ঘটনা প্ৰৱাহ, ব্যক্তি জীবনৰ ব্যৰ্থতাৰ হা-হুতাশ, জাগতিক জীৱনৰ অনিত্যৰ উপৰিও বৈষম্য আৰু কন্দলৰ মাজেদি হ'লেও জীৱনক আস্বাদনীয কৰাৰ এক প্ৰবল ইচ্ছা।

দেহতত্ত্বমূলক ভক্তিমূলক বা আধ্যাত্মিক গীতবোৰ সংসাৰৰ অসাৰতা, দেহৰ মূল্যহীনতা আদিক সমল কৰি ৰচিত হৈ থাকে। কিছুমান গীত আকৌ ৰূপকধৰ্মী। গীতবোৰত প্ৰত্যক্ষভাৱে

উল্লেখ কৰা বিষয়ৰ অৰ্থই গীতৰ আচল অৰ্থ হয়।

"মোৰ মনে কয় চিতে কয় মিছা ঘৰ বাড়ীৰে।
মোৰ মনে কয়ৰে।"

"অ বল মোৰ বসনা, মানব দেহেৰে গৌৰৱ কৈৰনা
মানৱ দেহা মাটিৰ ভাণ্ড, ভাঙিলে হৈবে খণ্ড খণ্ড
ভাঙিলে দেহা জোৰা লাগিবে না।"

এই গীতবোৰ দেহতত্ত্বৰ নিদৰ্শন। তদুপৰি লোকগীতত দালান, ফান্দি, বগা, পুঠিমাছ আদি প্ৰতীকেৰে প্ৰিয়জনৰ দেহ-তত্ত্বৰ কথা সূচায়। লগতে বিলাই কুকিল, ভেলোবা, কুৰুযা আদি প্ৰতীকেৰে প্ৰিযজনৰ সংবাদ প্ৰকাশ কৰা দেখা যায।

সমাজৰ সৰু-বৰ সকলো শ্ৰেণীৰ মানুহৰ প্ৰতিনিধিত্ব কৰিব পৰা চৰিত্ৰ চিত্ৰণ গোৱালপৰীযা লোকগীতৰ এক বৈশিষ্ট্যপূৰ্ণ বিশেষত্ব। ইযাত মানব, দেব-দেবী আৰু জীবজন্তুৰ চৰিত্ৰৰ বৰ্ণনাও দেখিবলৈ পোৱা যায।

পযাৰ হ'ল সু-সংঘবন্ধ ইঙ্গিতধৰ্মী অতি চুটি গীত। অন্য গীত গোৱাৰ মাজতে এই গীত গোৱাৰ নিযম।

গোৱালপৰীয়া লোকগীতত ভাৱাইযা গীতে অধিক জনপ্ৰিযতা লাভ কৰিছে। এই ভাৱাইযা গীতৰ বিষযবস্তু হ'ল প্ৰেম। প্ৰেমৰ ব্যথাৰে ব্যথিত হিযাৰ কৰুণ বিননি। প্ৰেমৰ তাডনাত হয নাৰী-পুৰুষৰ মিলন আৰু এই মিলনতেই হয় সৃষ্টি। সৃষ্টিয়েই হ'ল বিশ্বৰ গতি আৰু এযেই বিশ্বৰ নিযম।

গোৱালপৰীযা লোকগীতবোৰত সমাজৰ দৈনন্দিন জীৱন নিৰ্বাহৰ বৰ্ণনা আছে। দেব-দেৱীৰ পূজা অৰ্চনাও বৰ্ণিত হয। গীতবোৰত থকা পুৰুষ চৰিত্ৰৰ ভিতৰত মাহুত, গাৰোৱান, মইষাল, ঘটক, ফান্দি নাইযা পতিধন দোতৰা দেৱানী শশুৰ, ভাসুৰ আৰু নাৰী চৰিত্ৰৰ ভিতৰত ননদ, আৰো ভাউজী, নাতিনী, প্ৰেমিকা আদিৰ চৰিত্ৰ-চিত্ৰণ দেখিবলৈ পোৱা যায।

গীতবোৰত দোতৰাবাদক ঢাকুৱা, ঢুলীযা, গদা, দোৱাৰী, গীদাল, পালি, ডাইনাপালি, ছুকুৰী আদিবোৰে বিশেষ ভূমিকা গ্ৰহণৰতা দেখা যায়।

গোৱালপাৰা জিলাত ভিন্ ভিন্ সময়ত হোৱা ভিন্ ভিন্ পূজা-পাৰ্বণ উৎসব আদিত ক্ৰমে পদ্মপুৰাণৰ গীত, চড়ক পূজাৰ গীত, বাঁহপূজাৰ গীত, হুদুম পূজাৰ গীত, সোণাৰায়ৰ গীত, মদন-কামৰ গীত, হোলি গীত, অৰিমগা গীত, বিয়া গীত আদি অনেক গীত গোৱা হয়। তদুপৰি ময়নামতীৰ গীত খেল-ধেমালিৰ গীত, নাও খেলাৰ গীত, নিচুকনি গীত, মাউত গাবোৱান, ৰাখাল, মইষাল আদিসকলক লক্ষ্য কৰি গোৱা এশ-এবুৰি গীত আৱহমান কালৰে পৰা গোৱালপাৰাৰ জন-জীৱনত গাই অহা হৈছে। গীতবোৰৰ কিছুসংখ্যক উদ্ধাৰ হৈছে যদিও তাৰে বহুত সংখ্যক আজিও উদ্ধাৰ হ'বলৈ বাকী পৰি আছে। সঁচাকৈয়ে গীতবোৰে গোৱালপৰীয়া লোক-সংস্কৃতিৰ ভঁৰাল আশানুৰূপভাৱে চহকী কৰিবলৈ সমৰ্থবান হৈছে। উদাহৰণস্বৰূপে গীতবোৰৰ দুই-চাৰিটা এইদৰে উল্লেখ কৰিব পাৰি।

বিৰহ গীত—অ'প্ৰাণনাথ আইসো, আইসোৰে প্ৰাণনাথ বগলত
বইসো, গঙ্গাধৰেৰ যেমন ধু ধু বালা, পীৰিত
কৰলুং বন্ধু গোলাৰ মালা।

বিযাৰ গীত—বৰ নদীৰ পাৰে পাৰে কিসেৰ বাইজন বাজে
বাইজন টো নালয বাৰা বালিৰ জুৰণ আইসে

এউৰী মাগা গীত—আইলং ৰে অৰণে, মাও-লক্ষীৰ চৰণে,
মাও-লক্ষী দিলা বৰ, ধান কুলাটা বাহিৰ কৰ

খেঁতিকৰা গীত –গোবালনী গোৱালনী হাটিয়া আইসো ধীৰে
ৰাজাৰ বেটা কানাইযা তোক কেনেবা ডাকাইছে

নিন্দালী গীত—আযৰে চান, আযৰে আয়
দুধ দিম, ভাত দিম, চাণ্ডেৰ তলত বান্ধি থুইম,

ঘৰ চোতাল সাৰা গীত—আগিনা সামটং কুৰুত কুৰুত, বাশেৰ
ঝাটা দিয়া

বন্ধা-বঢা গীত—অ' মোৰ ভাউজীয়া কয়, অ মোৰ ননদীয়া কয
মুই সুন্দৰী ৰান্ধোন জানংন।

ঘটকৰ গীত—কন্যাৰ কিবা দোষ আছেৰে
ঘটক শালা পাজি।

মশাৰ গীতি—অ' মগসেৰ মাও, আগুন জলাও মশা মাৰি পুন
পুন কৰে

গাৰোবানৰ গীত—অ'কি গাৰোৱান ভাই হাকাও গাড়ী তুই
চিলমাৰী বন্দৰ যাই।

পত্নী মৰাৰ গীত—মোব মৰদানী মৰিযা, মোৰ সেন হৈছে দুখ
নদীৰ কাচাৰেৰ মত ভাঙিযা পৰে বুক
অ' মন [illegible]ৰ ৰিত কি হাৰ্‌ৰাত কৰিয়া।

মাউতৰ গীত—তুমৰা গেইলে কি আসিবেন মোৰ মাউত বন্ধুৰে।

এইদৰে বিভিন্ন দিশত গীতবোৰে গোবালপৰীযা লোক সংস্কৃতিৰ ভঁৰাল চহকী কৰি আহিছে।

**লোকনৃত্য:**

লোকগীতৰ দৰে গোবালপৰীযা লোকনৃত্যও গোবালপৰীযা লোক সংস্কৃতিৰ এক অমূল্য সম্পদ। এই নৃত্যৰ লোকগীতক সজীৱ কৰি তোলা হয। লোকনৃত্য আৰু লোকগীতৰ সম্বন্ধ অতি নিবিড়,—অঙ্গাঙ্গী। এটাৰ জন্মৰ স'তে আনটোৰো জন্ম। সেযে দুযো অবিচ্ছেদ্য। অন্তৰত গীতৰ ঢৌ সৃষ্টি হোবাৰ লগে লগে দেহত নৃত্যৰ স্পন্দন জাগি উঠে। নৃত্যবোৰ প্ৰায় সহজ আৰু সৰল। লোকসমাজত ই আনন্দৰ চানেকী। এই নৃত্যই শুকান, নিৰ্জীৱ আৰু স্পন্দনবিহীন মানুহৰ মনক অতি সহজে জীপাল আৰু সজীৱ কৰি তোলে। সেযে আবহমান কালৰে পৰা এই লোকনৃত্যই জনসমাজত সমাদৰ লাভ কৰি আহিছে।

লোকনৃত্যবোৰ ভিন ভিন সময়ত ভিন ভিন্ ধৰণে পৰিৱেশন কৰা হয়। কুশান নৃত্য পদ্মপুৰাণৰ নৃত্য, বাঁশ পুজাৰ নৃত্য, ময়নামতী গীতৰ নৃত্য সোনাৰাযৰ নৃত্য, তেনেদৰে চৰক পুজাৰ, কাতি পুজাৰ, চণ্ডি পুজাৰ নৃত্য, মাগন নৃত্য, চটকা নৃত্য, গোৰক্ষনাথৰ পুজাৰ নৃত্য, সত্যপীৰ, মোনাই যাত্ৰা আদিৰ গীত-নৃত্য ইত্যাদি গোবালপৰীয়া লোকসমাজত যুগ যুগ ধৰি চলি আহিছে। এই নৃত্যবোৰত লয় তাত্ত্বিক আৰু ধ্বনিতাত্ত্বিক দিশত বৰঙণি যোগায় ঢোল, খোল, বীণা, খঞ্জৰী,

তাল, ঢাক, দোতৰা, নাগেৰা, সানাই আদি বাদ্যযন্ত্ৰই।

বড়ো, গাৰো, ৰাভা, হাজং আদিসকলেও তেওঁলোকৰ বিভিন্ন উৎসৱ পাৰ্বণ আৰু লোকজীৱনত প্ৰদৰ্শন কৰা নৃত্যসমূহেও নিজা নিজা বৈশিষ্ট্যৰে গোৱালপৰীয়া লোকনৃত্যৰ ভঁৰাল অধিক চহকী কৰিবলৈ সক্ষম হৈছে।

গোৱালপৰীয়া লোক-নৃত্যবোৰত দৈহিক অঙ্গ-প্ৰত্যঙ্গ সঞ্চালন কৰাৰ উপৰিও বাঁহৰ দীঘল লাঠি, ঢাল-তৰোৱাল চৌৰৰ, কুলা, জাকৈ ধনু-কাঁড়, কলহ আদি হাতত লৈ নৃত্য-গীত গাই নৃত্য পৰিবেশন কৰা দেখা যায়।

**লোকাচাৰ লোকবিশ্বাস, অন্ধবিশ্বাস ঃ**

লোকাচাৰ, লোকবিশ্বাস, অন্ধবিশ্বাস আদি জনজীৱনক কেন্দ্ৰ কৰিযেই হয। মানুহৰ জন্ম-মৃত্যু-বিবাহ আদিক কেন্দ্ৰ কৰিযে মানুহৰ পাৰিবাৰিক তথা সামাজিক জীৱনত কেতবোৰ উৎসৱ-লোকাচাৰ-লোকবিশ্বাস যুগ যুগ ধৰি চলি আহিছে। ধৰ্মীয়, সামাজিক, সাংস্কৃতিক জীৱনক কেন্দ্ৰ কৰি এইবোৰ অনুষ্ঠিত হয। শিশু জন্মিলে নাড়ীছেদন, উৰুলি, ৰক্ষাবন্ধন, চূড়াকৰণ অন্নপ্ৰাসন, নামকৰণ, দীক্ষাদান, দশকৰ্ম সম্পাদন-বিবাহ দান, মৃতকৰ বাবে অন্ত্যেষ্টিক্ৰিযা, শ্ৰাদ্ধবিধান, উদ্ধাৰ, পবাচিত আদি কাৰ্য্যবোৰ ধৰ্মীয লোকাচাৰ বা বিশ্বাসমতে সম্পন্ন হৈ থাকে।

ধান সিঁচিবৰ সমযত মুঠি লোবা পাকিলে কটাৰ সময়ত এমুঠি ধান কাটি আনি ঘৰৰ মাজৰ খুঁটিত বান্ধি ৰাখি দিযা, নতুন ধান আহিলে নবান্ন খোবা লোকাচাৰ গোৱালপৰীয়া সমাজত প্ৰচলিত আছে।

আলহী, বন্ধু-বান্ধব আহিলেই তামোলৰ বটাখন আগবঢাই দিযা ঘৰৰ পৰা যাত্ৰা কৰি ওলাওঁতে পিছফালৰ পৰা নমতা, কাউৰী কান্দিলে কিহবাৰ বাৰ্তা অহা, ফেঁচাৰ কান্দোন কুলক্ষণ, ঘৰত শগুণ পৰা বেযা লক্ষণ। ভাত খাওঁতে গাঁঠি লাগিলে বা জিভা ওঁঠত কামোৰ খালে কোনোবাই নাম কৰা, যাত্ৰা কৰোঁতে দিন বাৰ চাই যাত্ৰা কৰা আদি লোকাচাৰ আৰু অন্ধবিশ্বাস এই সমাজত প্ৰচলিত। বিয়াত ঘটকৰ ব্যৱহাৰ, গুৱাকাটা, মাৰোয়া বন্ধা, জৰণ দিয়া, বাহী বিয়া, আঠমঙ্গলা, যৌতুক দিয়া, পোন

প্ৰথা, বৈৰাতি কলধৰা হোৱা, নাইযোৰ লোবা আদি লোকজীৱনত নিত্য বিদ্যমান।

তদুপৰি গোৱালপৰীয়া লোকজীৱনত পুৰুষে কাঠ বাঁহ বেতৰ কাম, তিৰোতাই বোৱাকটা, ধানবোৱা হালোৱাৰ বাবে ভাত বা জলপান পথাৰলৈ লৈ যোৱা অৱসৰ সময়ত জাকৈৰে বা পলৰে মাছমৰা আদিৰ প্ৰচলন আছে। এইদৰে গোৱালপৰীয়া লোক জীৱনত লোকাচাৰ বিশ্বাস অন্ধবিশ্বাস অসংখ্য আৰু অলেখ অনুসন্ধান আৰু গৱেষণাৰে এইবোৰ বুটলি আনিব পাৰিলে লোক সাহিত্যৰ ভঁৰাল নিশ্চয় টনকিয়াল হ'ব।

**গোৱালপৰীয়া লোকসংস্কৃতি বিকাশত প্ৰতিবন্ধকতা**

গোৱালপৰীযা লোক-সংস্কৃতিৰ বিকাশ প্ৰচাৰ আৰু প্ৰসাৰ যিটো গতি আৰু হাৰত হ'ব লাগিছিল সি আজিও হৈ উঠা নাই। নানা প্ৰতিবন্ধকতাই ইযাৰ বিকাশ বিস্তৃতিত বাধাৰ সৃষ্টি কৰিছে। আধুনিক অপসংস্কৃতিৰ প্ৰতি শিক্ষিত সমাজৰ অহৈতুকী প্ৰীতি, সমাজৰ দাযিত্বশীল ব্যক্তিসকলৰ উদাসীনতা, কলা-সংস্কৃতি অনুসন্ধান, গবেষণা আৰু বিকাশৰ বাবে সুযোগৰ অভাব তথা শিল্পীসকলৰ প্ৰতি দেখুওবা চৰকাৰ তথা সমাজৰ অমনোযোগিতা আদি এই ক্ষেত্ৰত যথেষ্ট দাযী।

**সংৰক্ষণ ব্যৱস্থা ঃ**

লোক-সংস্কৃতিসমূহৰ বিকাশ আৰু প্ৰচাৰত যিমানেই প্ৰতিবন্ধক নেথাকক ইযাক যিকোনো উপাযেৰে সংৰক্ষণ কৰাৰ প্ৰয়োজনীযতা আছেই। এই ক্ষেত্ৰত গবেষণাগাৰ স্থাপন কৰা, প্ৰকাশন আৰু প্ৰচাৰৰ ব্যৱস্থা কৰা থলুৱা লোকগীত-নৃত্যসমূহ বহুল ভিত্তিত প্ৰদৰ্শনৰ ব্যবস্থা কৰা, শিল্পী সংগঠকসকলৰ প্ৰতি আৰ্থিক অনুদান দিযা, সাংস্কৃতিক সংগঠনসমূহ লগতে সাহিত্য সভাৰ শাখাসমূহ সক্ৰিয কৰা, নিযমীয়াকৈ সাংস্কৃতিক সমাৰোহ, আলোচনা-চক্ৰ আদি পতা, ভিডিঅ' কেছেট কৰি প্ৰচাৰৰ আদি ব্যৱস্থাসমূহ হাতত ল'ব পাৰিলে যথেষ্ট ফলপ্ৰসূ হ'ব। ইয়াৰ বাবে বিভিন্ন উপায়ে অৰ্থ সংগ্ৰহ কৰি স্থায়ী পুঁজিৰ ব্যৱস্থা কৰিব লাগিব।

# গোৱালপৰীয়া জনজীৱন আৰু সমাজব্যৱস্থাত

## জন্ম, মৃত্যু আৰু বিবাহ

পৰম স্ৰষ্টাৰ বিনন্দীয়া জীৱ-জগতখনি অসংখ্য সৰু-বৰ জীৱেৰে ভৰা। স্ৰষ্টাৰ অপাৰ কৰুণাত প্ৰত্যেক জীৱে জন্ম লাভ কৰে আৰু তেওঁৰেই ইচ্ছাত নিৰ্দিষ্ট সময়ৰ পিছত আকৌ ধ্বংস হয় বা মৃত্যু হয়। সৃষ্টি জগতৰ এই প্ৰক্ৰিয়া সৃষ্টিৰ পাৰ্তনিৰে পৰা অবিৰাম গতিত চলিছে। ইয়াৰ কোনো ব্যতিক্ৰম নাই। সেয়ে পৃথিবীৰ বুকুত জীৱ আহিছে আৰু গৈছে। জীৱ জগতত অতি ক্ষুদ্ৰতকৈ ক্ষুদ্ৰতম জীৱৰ পৰা আৰম্ভ কৰি প্ৰকাণ্ড জীৱৰ আগমন আৰু প্ৰস্থান অবিৰত গতিত বলি থকা দৃশ্যমান হয়। এই সকলোবোৰ জীৱৰ ভিতৰত জ্ঞান বিবেক বুদ্ধিৰ তুলাচনিত মানুহক সৰ্বশ্ৰেষ্ঠ জীৱ বুলি কোৱা হয়। সকলোবোৰ জীৱৰ দৰে মানুহৰো জন্ম আৰু মৃত্যু আছে। এই মানুহ নামধাৰী জীৱ কালক্ৰমত সমাজ পাতি বিশেষ নীতি-নিয়মেৰে বাস কৰিবলৈ ধৰে। সময়ৰ সাৱলীল গতিত মানুহ সভ্য হৈ এক সংস্কৃত জীৱন ধাৰণ কৰিবলৈ লয় আৰু তেতিয়াৰ পৰাই মানুহৰ জন্ম আৰু মৃত্যুত কেতবোৰ সংস্কৃত নীতি-নিয়ম মানি চলা হয়। আকৌ জীৱ জগতৰ শ্ৰীবৃদ্ধিত জীৱৰ স্ত্ৰী-পুৰুষৰ মিলন হয়। মানুহ নামধাৰী জীৱৰ ক্ষেত্ৰতো একেই নিয়ম। এই নিয়মো এক সংস্কৃত পদ্ধতিত সম্পন্ন হৈ থাকে। জগতত অনেক জাতি, অনেক গোষ্ঠী আছে। সিবোৰৰ মিলন ব্যৱস্থাও সেই দৰে ভিন্ ভিন্। ভাৰতবৰ্ষতে থকা ভিন্ ভিন্ লোকৰ মাজতো আবহমান কালৰে পৰা এই মিলন ব্যৱস্থা বিৰাজমান। সেয়ে পুৰুষ-নাৰীৰ মিলনৰ সংস্কৃত জীৱনধাৰাত বিবাহ নামৰ অনুষ্ঠান প্ৰবৰ্তিত হৈছে। আলোচনাটিত জন্ম, মৃত্যু আৰু বিবাহ সম্পৰ্কে এটি চমু বৰ্ণনা দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল

**জন্ম ঃ** মাকৰ গৰ্ভত সন্তান স্থিতি লোৱাৰে পৰা সাতমাহ

পূৰ্ণ হোৱালৈ সন্তানসম্ভৱা মাকজনীক মাক-বাপেকৰ ঘৰলৈ নাইয়ৰ অনা হয়। এই নাইয়ৰক সাত খোৱা বুলি কোৱা হয়। কেইদিনমান তাইৰ ৰুচিসাপেক্ষে খুৱাই-বুৱাই পিঠা, চিৰা, সান্দহ, কাপোৰ আদিৰে স্বামীগৃহলৈ লৈ যোৱা হয়। মাকজনীৰ প্ৰসৱকালীন অৱস্থাত প্ৰসব যাতে সহজ আৰু সুকলমে হয় তাৰ বাবে তাইক আৰামত বহি-শুই থাকিবলৈ নিদি উঠা-বহা চলা-ফুৰা আৰু ঘৰৰ সৰু-সুৰা কামত ব্যস্ত থাকিবলৈ দিয়া হয়। প্ৰসৱ বেদনা আৰম্ভ হ'লে আছুতীযাকৈ বন্ধা আতুৰ ঘৰ বা একেখন ঘৰৰ আছুতীয়া ঠাইত প্ৰসূতিগৰাকীক ৰখা হয়। সন্তান জন্ম হোৱাৰ লগে লগে সন্তানৰ নাড়ীৰ পৰা পাঁচ বা সাত আঙুলি ওপৰত সূতাৰে ভালদৰে বান্ধি বাঁহৰ নেহ'ল বা চউচকাৰে[১] মাকে শিশুৰ নাড়ী কাটে। সন্তান জন্ম হোবাৰ পিছতে পাঁচবাৰ বা সাতবাৰ উৰুলি দিযে। পিছত কেঁচুবাক গা ধুবাই বহল কুলা এখনত শুবাই ৰাখে। শিশুৰ মুখত মৌ দিযা হয। জন্ম হোবাৰ তিনি দিন, পাঁচ দিন বা সাত দিনত প্ৰথমবাৰ আৰু ১৩ দিনত দ্বিতীযবাৰ চুলি কমোবা হয। চুলি কমোবাৰ উৎসৱো পতা হয। ইযাক চূডাকৰণ বোলে। দেও-ভূতে যাতে লম্ভিব নোবাৰে তাৰ বাবে ওঝাৰ পৰা জাপ, তাবিজ আৰু আনি কেঁচুবাৰ ডিঙিত বা বাহুত পিন্ধাই দিযা হয। মাকেও বাহুত জাপ তাবিজ পিন্ধে। শিশুৰ শোবা বিছনাৰ শিতানত লোৰ দা বা কটাৰী ৰখা হয আৰু শিশুক লৈ বাজলৈ ওলালেও মাকে লগত দা বা কটাৰী লৈ যায — এই কাৰণেই যে যাতে ভূত-পিশাচ লম্ভিব নোবাৰে। ই জনবিশ্বাস। পিছত গাঁবক মাতি আনি নাম-কাশি ৰখোবা হয। ৬ মাহ উকলি গ'লে বা ভাত খাব পৰা অবস্থা হ'লে অন্নপ্ৰাসন উৎসব পতা হয।

**মুছলমানী প্ৰথা :** মুছলমানৰ ঘৰত সন্তান জন্মিলে সন্তানে শুনিব বাৰাকৈ কাণৰ ওচৰত মৃদু যুক্তত আজান দিয়ে। (ল'ৰাৰ চাৰি/পাঁচ বছৰ বযস হ'লে উৎসৱ পাতি হাজামৰ হুতুৱাই খাতনা কৰা হয়)। সন্তান জন্মৰ ৪০ দিনত আকিকা উৎসৱ পতা হয়। নাম ৰাখোঁতে আল্লাহ বা মুহম্মদৰ নামৰ লগত মিল ৰাখি নাম ৰাখা হয়।

**মৃত্যু ঃ** সন্তান জন্ম হোৱাৰ দৰে মানুহৰ মৃত্যুৰ ক্ষেত্ৰতো পৰম্পৰাৰূপে কেতবোৰ নীতি-নিয়ম পালন কৰা হয়। ৰোগীক মুমূৰ্ষু অৱস্থাত ধৰা-ধৰি কৰি তুলসীৰ গুৰিত উত্তৰ শিতান কৰি ঢাৰি বা পাটি বা কুশৰ ওপৰত ৰাখি থোৱা হয়। প্ৰাণবায়ু দেহৰ পৰা ওলাই গ'লে মৰাশটোক নতুন বগা কাপোৰেৰে ঢাকি থোৱা হয়। এজন মানুহ ওচৰত থাকি হাতেৰে বা বাঁহৰ চেকনিৰে বা কাপোৰেৰে শৰীৰ বুলাই থাকিব। মৰাশৰ ওচৰত তুলসীৰ ডাল, আমৰ ঠানি আৰু সৰু কলপুলি ৰখাৰ নিয়ম। পিছত বাঁহ কাটি শ বৈ নিবৰ বাবে খাটলি (৬) বনোৱা হয়। সেই খাটলিত মৃতকক ৰাখি বগা কাপোৰেৰে ঢাকি ৰখা হয়। পিছত মৃতকৰ দাহন কাৰ্যৰ আৱশ্যকীয় 'বীৰশস্য তেল হালধী শিলিখা সৰিয়হ ঘিঁউ, মাহ শুকাতি মাটিৰ কলহ, পইচা-কড়ি, বাঁহ আদি সংগ্ৰহ কৰে তাৰ পিছত হৰিধ্বনি দি চাৰিজনে কান্ধত লৈ মৰাশ শ্মশানলৈ লৈ যায়।

শ্মশানত চিতা সজোৱা হয়। চিতাত পুৰুষক উবুৰি কৰি আৰু তিৰোতাক চিত কৰি শুৱাই মুখাগ্নি কৰি দাহ কৰা হয়। মুখাগ্নি কৰোঁতে চিতাৰ চাৰিওফালে সাতবাৰ ঘূৰা হয়। দাহন কৰাৰ পাছত অৱশিষ্ট নাড়ী-ভুৰি যাক বুন্দি কোৱা হয়—কাপোৰত বান্ধি মুখাগ্নি কৰা মানুহজনে দুযো হাতেৰে ধৰি পানীত দলিযাই দি পানীত ডুবি উঠিব। আন এজনে শস্যৰ হাড়িটোকো একে কোবে মাৰি পানীত ডুবি উঠে। যি ঠাইত দাহন কৰা হয় মানুহবোৰে তাত এখন চান্দোৱা (৭) টানি থৈ ঘৰলৈ ঘূৰি আহে আৰু হাত-ভৰি জুইত সেঁকি গা ধুই ঘৰৰ ভিতৰ সোমায়। লগত লৈ অহা অস্থি চোতালৰ তুলসী গছৰ তলত বাঁহৰ চুঙাত ভৰাই পুতি থয়। এই অস্থি দহকৰ্মলৈ ৰাখি দহ দিনে চাকি জ্বলাই তাত গাখীৰ-পানী আৰু পিঠা দি থাকে। দহকৰ্মৰ দিনা খেৰেৰে মৃত মানুহ-জনৰ মূৰ্ত্তি বনাই পুৰি পেলায আৰু অস্থিখিনিৰে মাঙ্গলিক কাৰ্য সম্পন্ন কৰে। বহুতে যতনাই ৰাখি থোৱা অস্থিখিনি গঙ্গা নদীত পেলাই দিয়ে। ইয়াতে মৃতকৰ আত্মাৰ সদ্গতি হয় বুলি বিশ্বাস।

মৃতক যদি বিবাহিত পুৰুষ হয় আৰু স্ত্ৰী জীয়াই থাকে স্বামীৰ ভৰিৰ বুঢ়া আঙুলিৰে স্ত্ৰীৰ কপালৰ আৰু মূৰৰ সেন্দুৰ মচি দিয়া হয়। শ্মশানলৈ গৈ তাইৰ শাঁখা ভাঙি পেলায় আৰু পিন্ধা কাপোৰৰ পাৰি ফালি পেলায়। আনহাতে স্ত্ৰী মৰিলে স্বামীয়ে মৃতকক সেন্দুৰ শাঁখা পিন্ধাই দি দাহ কৰে।

মানুহ মৰিলে ঘৰৰ মানুহে মৃতকৰ বাবে শুভকাৰ্যাদি নোহোৱালৈকে হবিষ্যান্ন খায়। কোনো সন্মানীয় ব্যক্তিৰ মৃত্যুৰ অশৌচ আৰু ধৰ্মকৃত্যৰ আগদিনা গৰুঘিঁউ আৰু আৰৈ চাউলৰে সৈতে বনোৱা নিৰামিষ ভোজন কৰে। একেখন কাপোৰ পিন্ধি থাকে। পিতৃৰ মৃত্যুত পুতেকসকলে স্বামীৰ মৃত্যুত ঘৈণীয়েকে তিনিদিনলৈ উপবাস থাকে। দহদিনত দহা আৰু এমাহত শ্ৰাদ্ধ পাতে।

গোৱালপাৰাত যোগী সম্প্ৰদায়ৰ মানুহো আছে। এওঁলোকৰ মানুহ মৰিলে সাধাৰণত কোনো কোনো ঠাইত পুৰি পেলোৱা নহয়। মাটিত পুতি থোৱা হয়। গাঁত খন্দাৰ পিছত মৃতকক ভাঁজ কৰাই উত্তৰ মুৱাকৈ যোগ আসনত বহুৱাই থয়। যোগী এজনৰ প্ৰতীকস্বৰূপে কান্ধত এখন নতুন কাপোৰ আৰু এখন মোনা আৰি থোৱা হয় আৰু তাৰ ভিতৰত হালধী, সৰিয়হ আৰু অ্যান্য ফল আদি ৰখা হয়। পিছত গাঁতটো পুতি পেলোৱা হয়।

মুছলমান সম্প্ৰদায়ৰ মানুহৰ অন্তিম অৱস্থা আহি পালে তাক তওবা মন্ত্ৰ উচ্চাৰণ কৰিবলৈ কোৱা হয়। নোৱাৰিলে তাৰ বাবে লগত থকাজনা ব্যক্তিয়ে তেওঁৰ হকে তওবা কৰি ফু দিয়ে। মৰাৰ পিছত মৃতকক সুগন্ধ চাবোনেৰে গোছল (৮) কৰোৱা হয়। গোছলৰ (আনুষ্ঠানিক স্নানকাৰ্য) পিছত পৰিমাণ অনুসৰি পুৰুষৰ বাবে ৩ টুকুৰা আৰু তিৰোতাৰ বাবে ৫ টুকুৰা কাপোৰেৰে কফন কৰা হয়। তাৰ পিছত আত্মীয়-স্বজন, প্ৰতিবেশীৰ পৰা ব্যৱহাৰ আৰু ঋণ আদিৰ বাবে নিকটতম ওৱাৰিচে ক্ষমা-মাৰ্জনা বিচাৰি খাটালত বা চাঙত উঠাই লয়। পিছত মৃতকক সন্মুখত ৰাখি ঘৰৰ মুকলি ঠাইত, মচজিদৰ চৌহদত বা কবৰস্থানত সমূহ উপস্থিত ৰাইজে পবিত্ৰতাৰে শাৰীবদ্ধভাৱে থিয় হৈ আনুষ্ঠানিক

ভাৱে নামাজ পঢ়ে। এই নামাজক জানাজা নামাজ বোলে। পিছত সকলো লোকে কবৰস্থানলৈ মৃতকক লৈ গৈ কবৰত শুৱাই ৰাখে। কবৰৰ ওপৰত তক্তা বা কটা বাঁহৰ টুকুৰাৰে ঢাকি তাৰ ওপৰত ঢাৰি বা কলৰ ঢকুৱা বা খেৰ দি তাৰ ওপৰত মাটি দি ঢাকি থয়। পিছত আটায়ে ইমামৰ নেতৃত্বত আল্লাহৰ ওচৰত দোৱা প্ৰাৰ্থনা কৰি ঘৰলৈ উভতি আহে। ঘৰখনত শোক-তাপৰ বাবে সাধাৰণতে চৌকা নজ্বলায়। ওচৰ-চুবুৰীয়া বা আত্মীয়-স্বজনে পাল ধৰি ঘৰৰ পৰিয়ালৰ লোকৰ বাবে আহাৰৰ যোগান ধৰে। ৩ দিন বা ৫ দিনৰ দিনা ঘৰখনক চাফ-চিকুণ কৰি আনুষ্ঠানিকভাৱে মিলাদৰ ব্যৱস্থা কৰে। আৰু কেইজনমান ফকিৰ বা ভিক্ষাৰীক ভাত খুৱায়। ১০ দিনৰ দিনাত কোৰাণ পাঠ আৰু মিলাদৰ ব্যৱস্থা কৰি মৃতকৰ নামত বখচাই দিয়ে (প্ৰাৰ্থনা কৰা কাৰ্য)। আকৌ ৪০ দিনৰ অন্তত অৱস্থানুযায়ী কিছু ডাঙৰ কৰি আনুষ্ঠানিকভাৱে ভোজভাত খুৱায়। ইয়াক তামদাৰী' কোৱা হয়। মুছলমানসকলৰ আনুষ্ঠানিক কাৰ্যবোৰ গোটেই পৃথিৱীতে প্ৰায় একে ধৰণৰ।

**বিবাহ ঃ** বিবাহ প্ৰথা পৃথিৱীৰ সকলো সভ্য সমাজতে আছে। এজন পুৰুষ আৰু এজনী নাৰীয়ে বিবাহ প্ৰথাৰে এক যুগ্ম সংসাৰ জীৱন-যাপন কৰা প্ৰাচীনকালৰে পৰাই চলি আহিছে। গোৱাল-পৰীয়া জনজীৱনো এই প্ৰথাৰ বাহিৰত নহয়। বিবাহৰ পিছত পুৰুষ-নাৰীয়ে স্বামী-স্ত্ৰীৰূপে সংসাৰ জীৱন অতিবাহিত কৰে। উভয়ৰ দুটি আত্মাই একাত্মাস্বৰূপ ঘৰখনৰ যাৱতীয় দিশত উন্নতি কামনা কৰে আৰু সন্তান জন্ম দি তুলি-তালি ডাঙৰ-দীঘল কৰে, লিখা-পঢ়া শিকায়, বিয়া-বাৰু দিয়ে ইত্যাদি। সমাজ এখন পিতৃ-প্ৰধান বা মাতৃ-প্ৰধান হয়। পিতৃ প্ৰধান সমাজত ছোৱালী লৰাৰ ঘৰলৈ গৈ ঘৰ-সংসাৰ কৰে আৰু মাতৃ-প্ৰধান সমাজত লৰাই ছোৱালীৰ ঘৰলৈ গৈ ঘৰ জোঁৱাই ৰূপে কিছুদিন কাম কৰি সেইখন ঘৰতে বিয়া-বাৰু কৰি ঘৰ-সংসাৰ কৰি থাকে। এই ব্যৱস্থা গাৰো-সকলৰ মাজত প্ৰচলিত। জিলাখনত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ মাজত বিভিন্ন প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন হয় যদিও নিজৰ নিজৰ

আত্মীয়-স্বজন ওচৰ-চুবুৰীয়া আৰু সমাজৰ লোকৰ সমন্বয়ত হোৱা বিবাহে উত্তম বিবাহ।

বিবাহ হোৱাৰ পিছত দুৰ্ভাগ্যক্রমে স্বামী বা স্ত্রী মৰিলে পুনঃ বিবাহ কৰাৰ ব্যৱস্থা, বিশেষকৈ ছোৱালীৰ ক্ষেত্রত হিন্দু সমাজত পূৰ্বে বাধা-নিষেধ চলিছিল যদিও বৰ্তমানে সেই ব্যৱস্থা বহুখিনি শিথিল হৈ আহিছে। ছোৱালীয়েও পুৰুষৰ দৰে দ্বিতীয় স্বামী গ্রহণ কৰি সংসাৰ জীৱন-যাপন কৰিব পাৰে।

আকৌ বিবাহ হোৱাৰ পিছত স্বামী-স্ত্রীৰ মাজত কোনো বিষয়ত মনোমালিন্য ঘটিলে আৰু আগলৈ সংসাৰ জীৱন অতি-বাহিত কৰা অসম্ভৱ হ'লে নাইবা উভয়ৰে কিবা ক্ষতি হোৱাৰ আশংকা থাকিলে উভয়ে উভয়ৰ বিবাহ বন্ধনৰ পৰা চিৰদিনৰ বাবে বিচ্ছেদ হ'ব পাৰে। সমাজৰ সন্মুখত স্বামী-স্ত্রীয়ে পাণ এখিলা চিঙি বিবাহ বিচ্ছেদ ঘটায়। মুছলমান সমাজত স্বামীয়ে স্ত্রীক এৰি দিয়া কাৰ্যক তালাক দিয়া বোলে। সমাজৰ লোকক মাতি এক তালাক দুই তালাক তিনি তালাক বাইন তালাক কৈ বা লিখি দি পত্নী ত্যাগ কৰে। স্বামীৰ ইচ্ছাত তালাক হ'লে স্ত্রীয়ে তাৰ বিবাহৰ মোহৰাণা আৰু ছমাহৰ ভোৰণ-পোষণৰ খৰচ স্বামীৰ পৰা পোৱা নিয়ম। তিৰোতাৰ ইচ্ছাৰ ওপৰত তালাক হ'লে স্বামীয়ে উক্ত ধন দিয়াৰ পৰা ৰেহাই পায়। আনহাতে স্ত্রীয়েও উপযুক্ত কাৰণত স্বামীক তালাক দি নতুন স্বামী গ্রহণ কৰিব পাৰে। কিন্তু এই তালাক প্রথা মুছলমান সমাজত অতি নিন্দনীয় কাম। বিশেষ কাৰণত এৰি দিয়া তিৰোতাক পুনৰ আনিব লাগিলে পুৰুষজনে সমাজৰ সন্মুখত কাপোৰ মেৰিযাই তৰ্জনী আঙুলীত জুই লগাই পুৰি অঙ্গক্ষত কৰিহে আনিব পাৰে।

মুছলমানৰ ক্ষেত্রত সেইগৰাকী তিৰোতাক দ্বিতীয় ব্যক্তিৰ লগত নিকাহ দিব লাগিব। সেইজন ব্যক্তিয়ে কমেও এদিন গৃহবাস কৰি তালাক দিব লাগিব আৰু তিনিমাহৰ মূৰত এওঁৰ দ্বাৰা নাৰীগৰাকী সন্তান-সম্ভৱা নহ'লে তাক পূৰ্বৰ স্বামীয়ে পুনৰ পত্নীৰূপে গ্রহণ কৰিব পাৰিব। গৰ্ভত সন্তান থাকিলে সন্তান-প্রসৱ হোৱাৰ পিছতহে পুনৰ্বিবাহ হ'ব পাৰিব।

## টোকা

| শব্দ | অৰ্থ |
|---|---|
| (১) নেইল বা চেউচকা | বাঁহৰ ওপৰৰ পাতলকৈ কাটি উলিওৱা অংশ |
| (২) ওঝা | বেজ |
| (৩) জাপ | মন্ত্ৰফুকি শৰীৰত পিন্ধা সূতাৰ ৰচি |
| ৪) খাতনা | শিশুৰ পুৰুষলিঙ্গ ছেদন পৰ্ব |
| (৫) আকিকা | এক প্ৰকাৰ উৎসব |
| (৬) খাটলি | মৃতকক বহন কৰা কাঠৰ চাং |
| (৭) চান্দোৱা | মৰিশালিত টলোৱা সৰু কাপোৰ |
| (৮) গোছল | বিশেষ পদ্ধতিৰে গাধোৱা কাৰ্য |

# জীৱিকা

## কৃষি

গোৱালপাৰাবাসীৰ কৃষিয়েই ঘাই জীৱিকা। জিলাখন নৈ, বিল জান জুৰি, হাবি-বননি আৰু পাহাৰেৰে ভৰা। ইয়াৰ জলবায়ু কৃষিৰ বাবে উপযোগী। বৰষুণো যথেষ্ট হয়। খেতি-পথাৰত স্বাভাৱিক ডোং বা নলাও বিদ্যমান। মাটিৰ উৰ্বৰা শক্তি বেছি। বছৰৰ বাৰে ৩ মাহ বিভিন্ন অঞ্চলত বিভিন্ন খেতি জন্মে। জিলাখনৰ সোঁমাজৰে পূবা-পশ্চিমাকৈ ব্ৰহ্মপুত্ৰ লৈ বৈছে। পূৰ্বে ইয়াৰ উত্তৰে আৰু দক্ষিণে কাইম অঞ্চলত খেতি-বাতি কৰিছিল। বৰ্তমানে ব্ৰহ্মপুত্ৰৰ চৰ আৰু দাঁতি-কাষৰীয়া অঞ্চলত খেতি কৰে। ধানেই প্ৰধান খেতি। তদুপৰি মৰাপাট, সৰিয়হ গম, তিল আলু জলকীয়া, বেঙেনা, মাটিমাহ, মগুমাহ, খেচাৰি, ধনীয়া, তিচি, কুঁহিয়াৰ আদি বাৰ মাহত তেৰ ফচল জিলাখনত উৎপন্ন হয়। কাইম অঞ্চলত প্ৰায়বোৰ ঘৰত সৰু-বৰ একোখন বাৰী থাকে। বাৰীত তামোল পাণ, নাৰিকল, লিচু, আম, কঁঠাল জম্ভুৰা (¹), পনিয়ল, লেটেকু আদি অনেক ৰকমৰ ফল-মূল হয়। জিলাবাসীয়ে এইবোৰ ফল খায় আৰু বিক্ৰী কৰি ধন ঘটে। পূৰ্বে জিলাখনত প্ৰচুৰ পৰিমাণে মাটি চন পৰি আছিল। সেইবোৰ মাটিত ঘাঁহ-বন যথেষ্ট আছিল। খেতিয়কে আৱশ্যক অনুযায়ী গৰু মহ, ছাগলী আদি পুহিছিল। ঠায়ে ঠায়ে গৰু-ম'হৰ বাথান আছিল। গৰু-মহৰ পৰা অপৰ্যাপ্তৰূপে গাখীৰ আৰু খেতি-পথাৰত সাৰ ব্যৱহাৰ কৰিবৰ বাবে গোবৰ পাইছিল। অৱশ্যে বৰ্তমানে জনসংখ্যাৰ বৃদ্ধিৰ ফলত চন পৰি থকা মাটিৰ পৰিমাণ কমি অহাত সেইবোৰ সুবিধাৰ পৰা জিলাবাসী বঞ্চিত হৈ পৰিছে।

**কৃষিৰ বাবে সাজ-সঁজুলি :**

গোৱালপাৰা জিলাত খেতিয়ক এজনে খেতি কৰিবৰ বাবে মাটি

চহাৰে পৰা শস্য চপোৱালৈ কেতবোৰ সাজ-সঁজুলি ব্যৱহাৰ কৰে। মা।ট চহাবৰ বাবে নাঙল, ইস, (২) জোঙাল, (৩) সল্লী, (৪) জুটাক, (৫) লেঙেৰা, (৬)মাটি সমান কৰিবলৈ মৈ, দাকুৰা, গৰু খেদিবৰ বাবে লাঠি, ঢেল বা ইটা ভাঙিবৰ বাবে কুশী বা দলিবাৰী, জাবৰ টানিবৰ বাবে হাচনী/হাতচাপিনী, মাটি নৰম কৰিবলৈ বা শস্য পাতল কাৰবলৈ নাঙলা বেধা/বিন্ধা, আলি কাটিবলৈ বা আলি দিবলৈ কোদাল/কোৰ ভূঁই নিৰাবলৈ পাচুন/খন্তি, খেতিয়কে ৰ দ-বৰষুণৰ পৰা ৰক্ষা পাবলৈ জাপি, মৰণা মাৰিবলৈ কাড়াইল/ ওখনা, শস্য কাটিবলৈ কাঁচি, শস্য কঢ়িয়াবলৈ বাউঙখা গৰু বা মহ ৰ গাড়ী আদি সা-সঁজুলি লাগে।

টোকা

| শব্দ | অৰ্থ |
|---|---|
| ১। জম্ভুৰা | ৰবাব টেঙা |
| ২। ইস | ইহ। |
| ৩। জোঙাল | যুঁৱলী। |
| ৪। সল্লী | যুঁৱলী দুই মূৰৰ খিলা। |
| ৫। জুটাক | গৰুৰ ডিঙিত যুঁৱলীৰ লগত বন্ধা ৰচি। |
| ৬। লেঙেৰা | যুঁৱলী আৰু ইহ একেলগে বন্ধা ৰচি। |

# শিল্প

গোৱালপাৰা জিলাৰ শিল্প বুলিলে কুটিৰ শিল্পকে বুজোৱা হয়। জিলাখনত বাঁহ বেত, কাঠ কুঁহিলা আদি অপৰ্যাপ্তৰূপে জন্মে। গোৱালপৰীয়া জনজীৱনত এইবোৰৰ ব্যবহাৰ অধিক। পূৰ্বে ইয়াক ব্যৱসায়ভিত্তিত লোৱা নাছিল যদিও গঞাই নিজৰ বা পৰিয়ালৰ বাবে নিত্য প্ৰয়োজনীয় বস্তু-সামগ্ৰী নিজৰ ঘৰত বনাই লৈ ব্যৱহাৰ কৰিছিল। বৰ্তমানে ঠায়ে ঠায়ে ব্যৱসায় হিচাপে শিল্পৰ কাম চলিছে। তলত কেইবিধমান কুটিৰ শিল্পৰ বিবৰণী দাঙি ধৰা হ'ল।

**বাঁহৰ কাম ঃ** গোৱালপাৰাত প্ৰচলিত কুটিৰ শিল্পৰ ভিতৰত বাঁহৰ কাম উল্লেখযোগ্য। অৱসৰ সময়ত এই জিলাৰ লোকে তেওঁলোকৰ দৈনন্দিন ব্যৱহাৰ্য বস্তু-সামগ্ৰী বাঁহৰ পৰা তৈয়াৰ কৰি লয়। তেওঁলোকে সততে বাঁহৰ পৰা ঢাৰি, কুলা, চালনি ডুলি পাচি, ডোল, টালা ঢাকি বিচনি, মূঢ়া, সলান পাচি ডালা মাছমৰা সঁজুলি—যেনে, জাকৈ, খলাই ঝোকা/পেলো, ভাৰি বানা, কোচা, বৰশীৰ ছিপ খেতিৰ সঁজুলি যেনে— ম, কাড়াইল/ওখনা, কুশীঁৰ মাৰি নাভিলা আৰু হাত চাপনিৰ দাঁৰ আৰু মাৰি, ফুলদানী গাখীৰ খিৰোৱা চুঙা জাপি ঘৰবন্ধা সঁজুলি যেনে কামি, বুৰা, ধন্না, পাইৰ তেমাল আদি বাঁহৰ পৰা তৈয়াৰ কৰি লয়। আগেয়ে মানুহে নিজৰ নিজৰ বস্তুবোৰ নিজেই তৈয়াৰ কৰি লৈছিল। বৰ্তমানে কিছুমানে ইয়াক ব্যৱসায়-ভিত্তিত লৈছে আৰু বাঁহৰ পৰা বনোৱা বিভিন্ন বস্তু সামগ্ৰী বজাৰত বিক্ৰী কৰি জীৱন নিৰ্বাহ কৰিছে। অৱশ্যে যন্ত্ৰৰ সহায়ত এইবোৰ বস্তুৰ উৎপাদন হ বলৈ ধৰাত আৰু সুলভ মূল্যত বিক্ৰী হোৱাত বাঁহৰ পৰা তৈয়াৰ হোৱা বস্তুৰ চাহিদা দিনক দিনে কমি আহিছে। হ'লেও গাঁও অঞ্চলত বাঁহৰ পৰা তৈয়াৰী কুটিৰ শিল্প গোৱালপৰীয়া জনসমাজত বহুলভাৱে প্ৰচলন আছে।

**বেতৰ কাম** বাঁহৰ দৰে বেতৰ কামো জিলাখনৰ কোনো কোনো অঞ্চলৰ প্ৰচলিত আছে। বেতৰ পৰা চকী, মেজ, ডালি, টালা, খাজুৰা আদি বনায। এইবোৰ সাধাৰণতে বিশেষ এক শ্ৰেণীৰ কাৰিকৰে ব্যৱসাযভিত্তিত বনাই জীৱিকা নিৰ্বাহ কৰে।

**কাঠৰ কাম** গোৱালপাৰা জিলাৰ হাবি আৰু পাহাৰত শাল, গমাৰি তিতাচপা, বনচম শিশু, কৰাই আদি নানাপ্ৰকাৰ মূল্যৱান কাঠ বিদ্যমান। জিলাখনৰ লোকে এইবোৰ কাঠৰ পৰা বাটাম আৰু তক্তা উলিয়াই ঘৰ বান্ধে আৰু চকী, মেজ, আলনা, বেঞ্চ পালেং, আলমাৰি, খাট, বাকচ পিৰা আদি বনাই লয়। কাঠ-মিস্ত্ৰীয়ে ব্যৱসায়ভিত্তিত কাঠৰ কাম কৰে আৰু ইয়াৰে জীৱিকা আৰ্জে।

## বোৱা-কটা

তাঁত বোৱা আৰু সূতা কটা গোৱালপৰীযা তিৰোতাসকলৰ মাজত প্ৰচলিত এক পুৰণি শিল্প। পূৰ্বে এই শিল্প প্ৰায প্ৰতিখন ঘৰতেই আছিল। জিলাখনৰ মধ্য আৰু পূব অংশত আৰু জনজাতীয লোকৰ মাজত এই শিল্পই প্ৰাধান্য লাভ কৰিছে। ৰাজবংশী আৰু যোগী সম্প্ৰদাযৰ লোক সমাজত এই শিল্পৰ প্ৰতিপত্তি অধিক জিলাখনৰ ঝাৰ অঞ্চলত থকা মুছলমান তিৰোতা সকলেও তাঁত বুৰে। জিলাখনত কপাহৰ খেতি কৰি সেই কপাহৰ পৰা সূতা কাটি আৰু সেই সূতাৰে কাপোৰ বৈ ব্যৱহাৰ কৰাটো এটা উল্লেখযোগ্য কৃষ্টি আছিল। বৰ্তমানে আধুনিকতাৰ প্ৰভাৱত আৰু সুলভ মূল্যত যন্ত্ৰত বনোৱা কাপোৰৰ প্ৰচুৰ আমদানীত বয়ন শিল্পৰ প্ৰচলন অধিক পৰিমাণে কমি আহিছে। কপাহৰ পৰা সূতা কটা কাম প্ৰায় উঠি যোৱাৰ দৰেই হৈছে। হ'লেও বজাৰত সূতা কিনি কাপোৰ বনোৱা কাম অব্যাহত আছে। ৰাজবংশী আৰু যোগী সমাজত তিৰোতাসকলে তাঁতশালত গামোচা, আওচা, পাটানি পান্না, বিছনাৰ চাদৰ আদি তৈয়াৰ কৰে।

বড়ো, ৰাভা আৰু গাৰো তিৰোতাসকলে নিজ হাতে ৰং-বিৰঙৰ একো একোবিধ সুকীয়া দোখনা তৈয়াৰ কৰি পিন্ধে। তেওঁলোকৰ মাজত ঘৰুৱা তাঁতশালত দোখনা বনোৱা কাম মুঠেই লোপ পোৱা নাই। ঘৰৰ পৰা বাহিৰলৈ ওলালেই তিৰোতাবোৰে আপোন কৃষ্টি সূচায়ক দোখনা পিন্ধিহে ওলায়।

তাঁতশালত কাপোৰ বনোৱাৰ লগে লগে কাপোৰত চিত্ৰ-বিচিত্ৰ ফুল বচা কামো এক নিপুণ শিল্পৰ পৰিচায়ক। মনমুগ্ধকাৰী এই ফুল বচা কামৰ পৰা উচ্চমানবিশিষ্ট কলাৰ উমান পোৱা যায়। এনেবোৰ কাপোৰ অধিক মূল্যত বজাৰত বিক্ৰী কৰিও বহুতেই জীৱিকা নিৰ্বাহ কৰিছে।

জিলাখনৰ পশ্চিমাংশত আৰু অন্যান্য অজনজাতীয় লোকৰ মাজত কঁথা চিলাই কৰা আন এক নিম্ন পৰ্যায়ৰ শিল্পৰ প্ৰচলন আছে। তিৰোতাসকলে অৱসৰ সময়ত নিজৰ পৰিয়ালৰ বাবে কঁথা চিলাই কৰি লয়। ব্যৱহৃত পুৰণি কাপোৰ পেলাই নিদি জোখ মতে তিনি-চাৰি তৰপ দি একেলগে বেজী সূতাৰে কঁথা চিলাই কৰি লোৱা হয়। এই কঁথা বিছনাতো পাৰা হয় আকৌ ঠাণ্ডাৰ সময়ত উৰাও হয়। কঁথা কিন্তু বজাৰত বিক্ৰী নহয়। কোনো কোনো ঠাইত কঁথাক দাগিলী বোলে।

**ৰেচম শিল্প :** একালত এই ৰেচম শিল্প জিলাবাসীৰ এক লাভজনক উদ্যোগ আছিল। কিছুমান আগ্ৰহী তিৰোতাই নিজৰ ঘৰতে পলু পুহিছিল। পলু সাধাৰণতঃ তিনি জাতৰ—এণ্ডী বা এৰী মুগা আৰু পাট। গোৱালপাৰাত এণ্ডী পলু পোহাৰ প্ৰচলন বেছি। এণ্ডী পলু এণ্ডী গছৰ পাত খায়। এণ্ডীগছ জিলাখনৰ পতিত মাটিত আৰু হাবি-বননিত প্ৰচুৰ পৰিমাণে পোৱা গৈছিল। অৱশ্যে বৰ্তমানে পতিত মাটি কমি অহাৰ লগে লগে গছৰ বৃদ্ধি কমি আহিছে। পলুৱে পাত খাই ডাঙৰ হয় আৰু লেঠা বনায়। এই লেঠাৰ পৰা সূতা উলিয়াই সেই সূতাৰে চাদৰ বনোৱা হয়। চাদৰ কাটি চোলাও বনাব পাৰি। এণ্ডী কাপোৰৰ চাদৰ বা চোলা শীতকালত গৰম কাপোৰ ৰূপে ব্যৱহাৰ কৰা হয়। এই কাপোৰ বহুদিন টিকে আৰু যিমানেই পুৰণি হয় সিমানেই

পিন্ধাত আৰামদায়ক হয়। এই কাপোৰৰ মূল্যও বেছি। বজাৰত ইয়াৰ বেছ সমাদৰ আছে। এই শিল্পক ব্যৱসায়ৰূপে লৈ কিছুমানে জীৱিকাও আৰ্জে। গোৱালপাৰাৰ ৰেচমী কাপোৰ দেশখনৰ বিভিন্ন ৰাজ্যলৈযো ৰপ্তানী হয়।

## ঝাপি / জাপি

গোৱালপৰীয়া সংস্কৃতিত ঝাপি / জাপি এক উল্লেখযোগ্য সামগ্ৰী। কৃষিকাৰ্যত ঝাপি নহলেই নহয়। খেতিৰ কাম পথাৰত কৰা হয়। ৰদ-বৰষুণৰ পৰা ৰক্ষা পাবলৈ ঝাপি ব্যৱহাৰ কৰা হয়। হাল বাওঁতে, ভূঁই নিৰাওঁতে শালী পথাৰত আলি দিযাত বা ধান ৰুওঁতে ঝাপি লোৱা হয়। জিলাখনৰ শতকৰা আশীভাগ লোকেই কৃষক। গতিকে কৃষকৰ প্ৰতিখন ঘৰতে ঝাপি থাকিবই। কৃষকে ঘৰতে এই ঝাপি বনাই লয় বনাব নোৱাৰিলে ঝাপি বনোৱা শিল্পীৰ হতুৱাই মূল্য দি ঝাপি বনাই লৈ ব্যৱহাৰ কৰে। ঝাপিৰ ব্যবহাৰ সম্পৰ্কত প্ৰবাদ-প্ৰবচনো আছে—

"ছাযাতে যাবি ছায়াতে আহিবি

এই কথাষাৰে ঝাপিৰ ব্যৱহাৰকে সূচায। ঘৰৰ পৰা ওলাবৰ সমযত ঝাপি মূৰত দি ওলায আৰু গোটেই দিন কাম কৰি ঘৰলৈ ঘূৰি আহোঁতে ঝাপি মূৰত দি আহে। দেহ ৰ'দ বৰষুণৰ কষ্টৰ পৰা ৰক্ষা পায়।

ঝাপি দুই ধৰণে বনোৱা হয়—মূৰত পিন্ধাৰ বাবে আৰু মূৰে পিঠিযে লোৱাৰ বাবে। প্ৰথমবিধক 'মাতাইল ঝাপি আৰু দ্বিতীয়বিধক পিটুৱা ঝাপি' কোৱা হয়। মাতাইল ঝাপিৰ পৰা অকল মূৰটোহে ৰ'দ বৰষুণৰ পৰা ৰক্ষা পায়। আনহাতে পিটুৱা ঝাপিৰ পৰা মূৰ-পিঠি একেলগে ৰক্ষিত হয়।

ঝাপি বনাওঁতে বাঁহৰ খাটি পাতলকৈ তোলা হয় আৰু জোখমতে জোকাটো বনাই গয়ছা বা শালগছৰ পাতেৰে ছাউনি কৰি লৈ বেত বা গুণাৰে বন্ধোৱা হয়। গয়ছা গছৰ পাতেৰে বনোৱা ঝাপি বেছিদিন টিকে। গাঁৱৰ নিপুণ শিল্পীয়ে ঝাপি বনাই বজাৰত বিক্ৰী কৰি জীৱিকাও আৰ্জে। কিছুমান শিল্পীয়ে

ৰংচঙীয়া ফুলাম ঝাপিও বনায। এই ঝাপি ঘৰত সজাই ৰখা হয়। এনে ঝাপ গোৱালপৰীয়া তথা অসমীয়া কৃষ্টিৰ পৰিচায়ক। পৰিশ্ৰম অনুপাতে বজাৰত ঝাপিৰ মূল্য তেনেই নগণ্য হোৱা হেতুকে বহুতেই ইয়াৰ উৎপাদন কৰিবলৈ এৰি দিছে। হ'লেও ই সমাজৰ পৰা লোপ পোৱা নাই। গোৱালপাৰাৰ প্ৰতিগৰাকী কৃষকৰ ঘৰত ঝাপিৰ ব্যৱহাৰ থাকিবই।

## মৃৎ শিল্প

মৃৎ শিল্প বা মাটিৰ শিল্প গোবালপাৰা জিলাৰ এটি উল্লেখযোগ্য শিল্প। নানা ধৰণৰ কলা-কৌশলেৰে মাটিৰে বনোৱা বিভিন্ন ধৰণৰ ব্যৱহাৰ্য বস্তু সামগ্ৰী তৈয়াৰ কৰি মৃৎশিল্পী সকলে জীৱিকা নিৰ্বাহ কৰি আহিছে। জিলাখনৰ জাতীয় জন-জীৱনত এই শিল্পটো লোক কলা-কৃষ্টি হিচাপে পৰিগণিত হৈছে। শিল্পটোৱে তেওঁলোকৰ জীৱনৰ অৰ্থনৈতিক দিশটোত অৰিহণা যোগোৱাৰ উপৰিও তেওঁলোকৰ শিল্পীমনৰ প্ৰতিভা বিকাশ ঘটাইছে। সেই কাৰণেই এই শিল্পই জিলাখনৰ সামাজিক আৰ্থিক আৰু সাংস্কৃতিক দিশত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে।

গোৱালপাৰা জিলাত মাটিৰ কাম কৰা দুই শ্ৰেণীৰ লোক পোৱা যায—হীৰা আৰু পাল। ঊনবিংশ শতিকাৰ মাজভাগত ৰাজনৈতিক কাৰণত পূব ফালৰ পৰা ভটিয়াই আহি অসমৰ পশ্চিম অঞ্চলত অৰ্থাৎ গোবালপাৰা জিলাৰ বিভিন্ন অঞ্চলত হীৰা সম্প্ৰদায়ৰ লোকসকল থাকিবলৈ লয। এই সম্প্ৰদায়ৰ লোক চাপৰ আৰু বিলাসীপাৰা চহৰ দুখনতো দেখিবলৈ পোৱা যায। এই হীৰা সম্প্ৰদায়ৰ মানুহবোৰে মৃৎ শিল্পৰ চৰ্চা জীযাই ৰাখিছে।

হীৰাসকলৰ দৰে পাল সম্প্ৰদায়ৰ লোকসকলেও বাহিৰৰ পৰা আহি জিলাখনৰ অ'ত-ত'ত বসতি কৰিবলৈ লয। ভাৰত বিভাজন হোৱাৰ লগে লগে এই পালসকল পশ্চিমৰ পূৰ্ববঙ্গৰ

(বৰ্তমান বাংলাদেশ) পৰা আহে। এইসকল লোক এই মৃৎ শিল্পটোক জীৱিকা উপাৰ্জনৰ পথৰূপে গ্ৰহণ কৰি শিল্পটোক জীয়াই ৰাখিছে।

হীৰা আৰু পালসকলৰ কৰ্মপদ্ধতি আৰু তেওঁলোকৰ বস্তু-সামগ্ৰী ভিন্ন ধৰণৰ। হীৰা শিল্পীসকলে তেওঁলোকৰ মাটিৰ সাজ-বাচন তৈয়াৰ কৰোঁতে শিল পিটিনি, কোদাল/কোৰ, কুড়াল/কুঠাৰ, গাইন, ঢাৰি চিৰা কাপোৰ, পাগশালী/ভাটা পাঠলী আদি সা-সঁজুলি ব্যৱহাৰ কৰে। আনহাতে পাল সম্প্ৰদায়ৰ শিল্পীসকলে চাক, বয়লা, পিটনা, ডাইচ/সাঁচ, আইতাল, ফুলাআঠি ঘচনা আদি ব্যৱহাৰ কৰে।

হীৰাসকলৰ মাটিৰে বনোৱা বস্তু-সামগ্ৰীবোৰ হ'ল ভাতৰন্ধা হাড়ী, দৰ্শিৰা, বেৰিয়া (মদ বনোৱা পাত্ৰ), সুৰকী, জঙা, ঘটি, পিঠা বনোৱা খোলা মালোৱা, ভাপাহাড়ী, ঘট (পূজাৰ বাবে) কৰাহী কাদা, চাটি গাছা, ফৰকাচাটি ধূপাতী/ধূপদানী, চিলুম, খুটি জালৰ গুলি কুবজা, শানবাটা পুতলা, মূৰ্তি আদি। পুৰুষ-মহিলা সকলোৱে মাটিৰ কাম কৰে যদিও পুৰুষসকল খৰি, খেৰ মাটি বালি আদি যোগান ধৰে আৰু বস্তু তৈয়াৰ হ'লে বজাৰলৈ লৈ গৈ বিক্ৰী কৰে। মহিলাসকল ঘৰতে বহি মাটিৰ বিভিন্ন সাজ-বাচন তৈয়াৰ কৰাত ব্যস্ত থাকে। তেওঁলোকে সাজ-বাচনবোৰ তৈয়াৰ কৰিবলৈ লওঁতে এক বিশেষ আঠাযুক্ত মাটি ব্যৱহাৰ কৰে।

পাল সম্প্ৰদায়ৰ লোকে বনোৱা মাটিৰ বস্তুবোৰ হ'ল কলহ, কুৱাৰ পাট, মুটকী ফুলৰ টাব, মাটিৰ কাঁহী, কাদা, পুতলা, টালি, ইটা, দেৱ-দেবীৰ মূৰ্তি, ৰাইস, গাছা, ঢাকনি, পইচা জমা ৰখা বিভিন্ন আকৃতিৰ ঘটি, থালী, পুতলা, খেলনা, ধূপদানী ইত্যাদি। পালসকলেও এই বস্তু-সামগ্ৰী বনাওঁতে আলতীয়া মাটি ব্যৱহাৰ কৰে। তেওঁলোকে বস্তু আদি বনাওঁতে চাক (একপ্ৰকাৰ মেচিন) ব্যৱহাৰ কৰে। সেইবাবে হীৰাসকলতকৈ এওঁলোকে কম সময়ৰ ভিতৰত বেছি বস্তু তৈয়াৰ কৰিব পাৰে।

পাল সম্প্ৰদায়ৰ লোকসকলে টালি আৰু ইটা তৈয়াৰ কৰিবৰ বাবে ভাটা বনাই লয়। ভাটাত টালি আৰু ইটা পুৰিবলৈ প্ৰচুৰ খেৰ-খৰিৰ আৱশ্যক হয়। চিমনিৰ ভাটাত কয়লা ব্যৱহাৰ কৰে। বিশেষভাৱে বনোৱা ডাইচত কলহ মুটকি, থালি, চাৰা, কুঁৱাৰ পাট আদি তৈয়াৰ কৰে। সৰু-সুৰা বস্তুবোৰ হাতেৰে বনায়। মৃৎ শিল্প এটা লাভজনক ব্যৱসায়। বৰ্তমানে পালসকলৰ উপৰিও স্থানীয় অন্যান্য সম্প্ৰদাষৰ লোকেও টালি আৰু ইটাৰ ভাটা দি মাটিৰ কাম কৰিবলৈ লৈছে।

গোৱালপৰীয়া জনজীৱনত বৰ্তমানে এলুমুনিযামৰ বাচন-বৰ্তনৰ ব্যৱহাৰ বাঢ়ি অহাত মাটিৰ বাচন-বৰ্তনৰ চাহিদা আৰু ব্যৱহাৰ দিনক দিনে কমি আহিছে। ফলত মৃৎ শিল্পীসকলৰ ব্যৱসায়ত অৱনতি ঘটিছে। কিন্তু দৰাচলতে মাটিৰ সাজ-বাচন ব্যৱহাৰত যথেষ্ট উপকাৰ আছে। মাটিৰ হাড়ীত ৰন্ধা ভাতৰ পৰা পেটৰ বেমাৰ কম হয়। মাটিৰ কলহৰ পানী সকলো সময়তে শীতল থাকে। মাটিৰ বাচনৰ উপকাৰিতাৰ প্ৰতি অভিজ্ঞতা থকা লোকে কিন্তু মাটিৰ বাচনৰ ব্যৱহাৰ অব্যাহত ৰাখে। সঁচাকৈয়ে মৃৎশিল্পই গোৱালপাৰাবাসীৰ সামাজিক, সাংস্কৃতিক আৰু আৰ্থিক জীৱনত এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কাৰ আহিছে। কাৰণ কেতবোৰ বস্তু-সামগ্ৰীৰ ব্যৱহাৰ আমাৰ বাবে সদায় অপাৰহাৰ্য। আমি ইয়াৰপৰা এৰাই চলিব নোৱাৰোঁ। পুজা-পাৰ্বণ বিয়া-সবাহ, মৃতকৰ সংস্কাৰপূৰ্ণ মাঙ্গলিক কাযত মাটিৰ পাত্ৰ আমাক লাগিবই। সেয়ে এই মৃৎ শিল্পক উৎসাহিত কৰাটো সকলোৰে বাবে এটা কৰ্তব্য।

## কুঁহিলা শিল্প

গোৱালপৰীয়া লোক-সংস্কৃতিক কুঁহিলা শিল্পই এক গুৰুত্ব-পূৰ্ণ স্থান দখল কৰিছে। ই এক প্ৰাচীন শিল্প। ধৰ্মীয় কৃষ্টিত মনসা মঙ্গলা, বা মনসা ভাষানৰ গীত, ব্ৰহ্মাণ্ড পুৰাণ আৰু বিভিন্ন উপকথাত কুঁহিলা শিল্পৰ বিষয়ে উল্লেখ পোৱা যায়। সচৰাচৰ

হিন্দুধৰ্মাৱলম্বী লোকৰ মাজত এই শিল্পজাত বস্তু-সামগ্ৰীৰ প্ৰাধান্য বেছি।

কুঁহিলা পানীত ওপজা এবিধ উদ্ভিদ। ই সাধাৰণতঃ বিল বা নলাত উৎপন্ন হয়। দ মাটিত বাওধানৰ খেতি কৰা ঠাইত কুঁহিলাৰ গুটি পৰি প্ৰতি বছৰে গজি থাকে। কুঁহিলা দুই প্ৰকাৰ থাকে—খৰি কুঁহিলা আৰু পানী কুঁহিলা। পানী কুঁহিলা বেছ নৰম আৰু ফকফকা (১) বগা। সাধাৰণতে এইবিধ কুঁহিলাৰ পৰাই এই শিল্প গঢ়ি উঠিছে। কুঁহিলাক স্থান-বিশেষে পানী মুল্লা, কাণশুলা বা ভোতলা কোৱা হয়। জিলাখনৰ চুকে-কোণে এই শিল্প গঢ়ি উঠিছে যদিও গৌৰীপুৰ, গোলকগঞ্জ, আগমনি, কালডোবা, দেবডৰ হাজদাহ, জাপুছাবাৰী আদি ঠাইত উন্নতমানৰ কুঁহিলা শিল্পই প্ৰাধান্য লাভ কৰিছে।

কুঁহিলাৰ পৰা নিৰ্মিত বস্তু-সামগ্ৰী হিন্দুৰ বৈদিক কাৰ্যত প্ৰচলিত হলেও বৰ্তমানে সৌন্দৰ্যপ্ৰেমী সকলো গোষ্ঠীৰ লোকে ইয়াক ব্যৱহাৰ কৰি থাকে। ধৰ্মীয় অনুষ্ঠানত ব্যবহাৰ কৰাৰ উপৰিও ঘৰ শুৱনি কৰি সজাই ৰাখিবৰৰ বাবেও ইযাৰে তৈয়াৰী হোৱা বস্তু-সামগ্ৰী ব্যৱহাৰ কৰা হয়। এই শিল্পই আধুনিক আৰু পৌৰাণিক ভিত্তিত গাঢ উঠি হিন্দু বৈদিক সামাজিক আৰু লৌকিক কলা-কৃষ্টিক সজীৱ কৰি তুলিছে।

হিন্দু সম্প্ৰদায়ৰ বিবাহ, অন্নপ্ৰাসন, পূজা-পাৰ্বণ আদি নানা ধৰণৰ সামাজিক আৰু বৈদিক কামত কুঁহিলাৰে তৈযাৰী বস্তুৰ ব্যৱহাৰ অপৰিহাৰ্য অঙ্গৰূপে চলি আহিছে। এই শিল্পত লোক-কৃষ্টিৰ আচৰ (২) পৰিছে। কুঁহিলাৰ পৰা কদমফুল, কালীৰ মুখা বিষহৰীৰ মণ্ডপ পুতুলা, মূৰ্তি আদি তৈযাৰ কৰা হয়। তদুপৰি কাতিপূজা, আইঠল পূজা, মাতৃকা পূজা, কানিবিষহৰী পূজা মাসান পূজা, শীতলাৰ ভেলা, ভাষানিৰ হাৰ, পাঁচবৰণৰ ফুল, ঘোঁৰা-ঘৃৰীৰ পূজা আদিত কুঁহিলাৰ বস্তু-সামগ্ৰীযে গোৱালপৰীযা কলা-কৃষ্টিক সজীৱ কৰি ৰাখিছে।

গোৱালপৰীয়া লোক-কৃষ্টিত কুঁহিলাৰে বনোৱা কদম ফুল আৰু কালী মুখাৰ গুৰুত্ব আৰু প্ৰচলন হিন্দুসমাজ ত অতিবেছি ৷

বৰঘৰ, বা চৰা ঘৰৰ দুৱাৰৰ ওপৰত, মন্দিৰৰ দুৱাৰত কদমফুলবান্ধি ৰখা হয়। এই প্ৰথা অতি পুৰণি। নতুন ঘৰত সোমাওতে কুঁহিলাৰে বনোৱা কদম ফুল দুৱাৰৰ ওপৰত বান্ধি এই। কালী-পূজা মূৰ্তি বনাই কৰা হয় যদিও কেতিয়াবা ঠাই বিশেষে মূৰ্তিৰ সলনি কুঁহিলাৰে বনোৱা কালীমুখাক পূজা কৰা দেখা যায়।

গোৱালপাৰা জিলা কুঁহিলা শিল্পৰ বাবে খ্যাত। জিলাখনৰ ই এক বৈশিষ্ট্যপূৰ্ণ শিল্প। এই শিল্প এটা সময়ত বহুলভাবে বিস্তৃতি লাভ কৰিছিল যদিও বৰ্তমানে আধুনিকতাৰ প্ৰভাৱত ই কিছু পৰিমাণে সংকুচিত হৈ আহিছে। পৰিশ্ৰমৰ তুলনাত শিল্পীয়ে ইয়াৰ উচিত মূল্য নপায যাৰ ফলত বহুতেই ইযাৰ কাম কৰা এৰি দিছে।

মালী বা মালাকাৰ সম্প্ৰদাযভুক্ত লোকৰ মাজত কুঁহিলা শিল্প বৰ্তি আছে। এই শিল্প মালাকাৰসকলৰ জাতিগত বৃত্তি। এসময়ত এই সম্প্ৰদাযৰ লোকক ৰজা-জমিদাৰসকলে নিজৰ ৰাজভৱনত থাকিবলৈ দিছিল। এওঁলোকে বৈদিক আৰু মাঙ্গলিক কাৰ্যত কুঁহিলাৰে প্ৰস্তুত কৰা বস্তু সামগ্ৰী যোগান ধৰা বাবে একোজন মালাকাৰ নিজৰ ৰাজভৱনত বেতন দি ৰাখিছিল। অৱশ্যে জমি-দাৰী প্ৰথাৰ বিলুপ্তিৰ লগে লগে মালাকাৰসকলৰ যাজনিক প্ৰথা আৰু বৃত্তি উঠাই দিযা হয যদিও আজিও তেওঁলোকৰ মাজতেই এই ব্যৱসায় ৰৈ যায়। মনসামঙ্গলা বা বিষহৰি গীতত মালাকাৰ বা মালীৰ উল্লেখ পোৱা যায়—

"গোসাঁই বোলে মালী নবুসেন শুনহ ভাৰতী
ব্ৰহ্মাণী পুঁজিতে মন্দুস বানাও শীঘ্ৰগতি
কথা শুনি নবুসেন নাথাকিল ৰয়া
হাতে কাতি লৈয়া মালী বাইৰাইল ছাটিয়া"

উক্ত কথাফাকিত নবুসেন হ'ল নজন ককাই-ভাই। বিশ্বকৰ্মাৰ ঔৰসত ঘৃতাচীৰ গৰ্ভত 'ন' জন পুত্ৰৰ জন্ম হয়।

"মালাকাৰ, কাংসংকাৰ, তাঁতী, স্বৰ্ণকাৰ
কৰ্মকাৰ শঙ্খকাৰ আৰ সূত্ৰধাৰ

কুম্ভকাৰ, চিত্ৰকাৰ এই নয়ে জন
বিশ্বকৰ্মাৰ ঔৰসত লভিলে জন্ম

এই কথা শ্ৰীশ্ৰী ব্ৰহ্মবৈবৰ্ত্ত পুৰাণত উল্লেখ আছে।

কুঁহিলা শিল্পই জিলাখনত আশানুৰূপভাৱে বিস্তৃতি লাভ কৰিছে যদিও ইয়াৰ প্ৰতিবন্ধকতা নোহোৱাও নহয়। শিল্পী সকলে পৰিশ্ৰম অনুপাতে বজাৰত ইয়াৰ উচিত মূল্য পাব পৰা নাই। এই শিল্পৰ বাবে কেঁচা সামগ্ৰী আগৰ দৰে পাব নোৱাৰি। বহু কষ্ট আৰু পৰিশ্ৰম কৰিহে জিলাখনৰ বিভিন্ন ঠাইৰ পৰা ইয়াক বিচাৰি আনিব লগা হয়। তদুপৰি অনুন্নত বিপণন ব্যৱস্থা, উন্নত কুঁহিলা শিল্পৰ নক্সাৰ অভাৱ আৰু বিজ্ঞানভিত্তিক কুঁহিলাবোৰ শোধন কৰা সমস্যাৰ ফলশ্ৰুতিত এই শিল্প গা কৰি উঠাত বাধাপ্ৰাপ্ত হৈছে। কিন্তু তথাপি এইবোৰ প্ৰতিবন্ধকতাৰ মাজতো গোৱালপাৰা জিলাৰ বাহক কুঁহিলা শিল্পই অসম তথা ভাৰতৰ সংস্কৃতিৰ পথাৰত এক বিশেষ স্থান ৰাখিবলৈ সক্ষম হৈছে এই বাবেই যে এই শিল্পজাত বস্তু-সামগ্ৰীৰ ব্যৱহাৰ অকল গোৱালপাৰা জিলাতেই সীমিত নেথাকি অসমৰ আন আন জিলা আৰু ভাৰতৰ অন্যান্য প্ৰান্তত ৰপ্তানীহৈ বিস্তৃতি লাভ কৰিছে।

টোকা

(১) ফকফকা—ধকধকীযা (২) আচৰ—প্ৰভাৱ।

## মাছ ঃ লোক সাহিত্যত মাছৰ ভূমিকা

গোৱালপাৰা জিলা নৈ, বিল, জান-জুৰি, খাল, নলা, নৰ্দমা ডোং, বান্ধ পুখুৰী আদিৰে ভৰা। জিলাখন মৌচুমী বায়ুৰ দ্বাৰা প্ৰভাৱান্বিত। সেয়ে প্ৰায় বাৰ মাহ এইবোৰ ঠাইত পানী জমা হৈ থাকে। ইযাত মাছৰ উৎপত্তি বেছি। ইযাৰ বুকুৰে বৈ যোৱা ব্ৰহ্মপুত্ৰত মাছ মৰা হয়। খৰালিৰ সময়ত ইয়াৰ খোলাবোৰত প্ৰচুৰ মাছ বৈ যায। তাতো মাছ মৰা হয়। বানপানীৰ সময়ত নৈ উপচি পৰে। পানী কমিলে খাল, নৰ্দমা, ডোং, ডোবা, গাৰা, খাৱৈ আদিত মাছ জমা হয়। বিলবোৰ—যেনে ধীৰ, অমৰাঙা কোনোৰা, চৌতাৰা, দীপৰ নলঙা দলনি, জলেশ্বৰ মাছেৰে ভৰি

থাকে। আকৌ উপনৈ—যেনে মনাহ, আইনৈ, চম্পাৱতী, গৌৰাং, টিপকাই, গঙ্গাধৰ, গদাধৰ, কৃষ্ণাই, দুধনৈ, জিঞ্জিৰাম জিনাৰী আদিতো মাছ থাকে। এই সকলোবোৰতে ভিন ভিন ধৰণৰ মাছ পোৱা যায়, যেনে—ৰৌ, বৰালি, কাতলা, কুশা মিৰকা, বাগাৰী, পাভাশ, আৰী কোচা, বাচা, ঘাৰুৱা শাল শল গৰৈ, চেং, ইটা, পুঠি, খলিচা, দাঁৰিকণা, শিঙি, মাগুৰ, চান্দা, ধেদাই, চিতল, ফৈলা, বামি গতা, বটিয়া, কাৰ্তি মোৱা, টেঙেনা গলসা ভাংনা, মিছা, এলেঙা, বাউস পাব কুচিয়া ইলিসা, টেপা কাকিলা বালিয়া, নান্দৰ ইত্যাদি।

মাছ মাৰি খোৱাটো গোৱালপাৰাবাসীৰেই নহয় মানৱ সভ্যতাৰ এটা প্ৰাচীন কৃষ্টি। প্ৰাচীন কালত মাছ মাৰি আৰু জীৱ-জন্তু চিকাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল। কালক্ৰমত মানুহে খেতি কৰিবলৈ শিকিলে আৰু তেতিয়াৰ পৰা মাছক অঞ্জা ৰূপে ব্যবহাৰ কৰিবলৈ ধৰিলে। জিলাখনত অৱসৰ সময়ত বা আৱশ্যকবোধে কামৰ সময়ত পুৰুষৰ লগে লগে তিৰোতাযো নৈ, বিল বা ডোবা লৈ গৈ মাছ মাৰে। মাছ মাৰোঁতে ভিন ভিন পদ্ধতিৰে ভিন ভিন সা-সঁজুলি ব্যৱহাৰ কৰে। তিৰোতাই সচৰাচৰ জাকৈৰে মাছ ধৰে। পুৰুষবোৰে সুতাৰে বনোৱা বিভিন্ন প্ৰকাৰৰ জাল—যেনে হেঙাজাল, দৰাজাল, ছিটকা বা ডফি জাল চাক জাল টানিজাল বেৰজাল আদিৰে মাছ মাৰে। তদুপৰি বাঁহৰ খাটি'ৰ বনোৱা ঝোকা / পোলো, ভাৰি, বৰুং ঝাঠিযা বৰশী আদৰেও মাছ ধৰে। বৰশী কেইবাবিধৰ আছে যেনে—ফুল-বৰশী আচাৰা বৰশী দাউন বৰশী ছিপ বৰশী লফা বৰশী ফেসা বৰশী বটলা বৰশী ইত্যাদি। বিশেষ কৌশলেৰে লোৰ দ্বাৰা বনোৱা কেটা কোচা আদিৰেও মাছ মৰা হয়। ৰাতি বাতি পুৰি / চাকি জ্বলাযো মাছ মৰা হয। বাতি বা চাকিলৈ বিল বা নৈৰ দাঁতত অথবা নাও বা ভুৰাৰে দ পানীলৈ যোৱা হয। চাকিৰ পোহৰত মাছ ধৰা পৰে। তেতিয়া কেটা বা দাৰে খাপযাই মাছ মৰা হয।

গোৱালপাৰা জিলাত বাহো দি মাছমৰাও এক পুৰণি কৃষ্টি।

কোনো নৈ বা বিলত সমূহীয়াভাৱে মাছ মাৰিব লগা হলে বজাৰত ঢোল কোবায় আৰু কোনদিন কোন বিল বা নৈত মাছ মাৰিব কৈ দিয়া হয়। কোৱামতে অঞ্চলৰ মানুহ নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ঠাইত মাছমৰা সঁজুলি লৈ উপস্থিত হয় আৰু শাৰীবদ্ধ-ভাৱে সুশৃঙ্খলাৰে মাছ মাৰে। ই অতি আমোদজনক। গছৰ ডাঙৰ মূঢ়া বা ডাঙৰ শিল থকা ঠাইক বেৰ জালেৰে বেৰিও মাছ ধৰা হয়। জাৰৰ দিনত টেপা বা নাৱৰ ভিতৰত গছৰ ডাল-পাত (বিশেষকৈ শেওৰা গছৰ) ভৰাই পানীত ডুবাই ৰখা হয়। কেই-দিনমানৰ পিছত উঠালে মাছ পাব পাৰি। জাৰকালি আকৌ বিলৰ দাম বা কচুৰিপানা (পানীমেটেকা) চামে চামে কাটি ৰচিৰে পাৰলৈ টানি উঠালেও মাছ পোৱা যায়।

বৰ্তমানে প্ৰাকৃতিক কাৰণত নৈ-বিলবোৰ তৰাং হৈ আহিছে। ইপিনে জনসংখ্যা দিনকদিনে বাঢি অহাত মাছ অধিক পৰিমাণে মাৰা বাবে মাছৰ বৃদ্ধিও কমি আহিছে। সেয়ে বৰ্তমানে বিলত ভেটা দি বা নিজাববীয়াকৈ পুখুৰীখান্দি মাছ পুহি মাছৰ খেতি কৰিবলৈ লৈছে।

**মৎস্যজীৱী°** গোৱালপাৰা জিলাত পূৰ্বে মাছৰ ব্যৱসায়ী বা মৎস্যজীৱী লোক নাছিল বুলি কলেও অত্যুক্তি কৰা নহয়। স্থানীয় লোকে ঘৰে ঘৰে মাছ মাৰিছিল আৰু খাইছিল। পৰৱৰ্তী সময়ত বিশেষকৈ ভাৰত বিভাজন হোৱাৰ আগ বা পিছ মুহূৰ্তত পশ্চিম-বঙ্গ আৰু পূব পাকিস্তান (বৰ্তমান বাংলাদেশ)-ৰ পৰা মৎসজীৱী নমশূদ্ৰ আৰু ঝালো-মালো লোকৰ প্ৰব্ৰজন হয়। এইসকল লোক জিলাখনৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰে। এইসকল লোকৰ জাতিগত ব্যৱসায় নৈ-বিলৰ মাছ মাৰি বজাৰত বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰা। তেওঁলোকে খোৱাজাল বা প্ৰকাণ্ড বেৰ জালেৰে মাছ মাৰে। কিছুমান বেৰজাল ইমান ঘন যে মাছৰ পোনাও বেৰ জালত ধৰা পৰে। ফলত বিলত মাছৰ বিধানেই লোপ পায়। এনেকৈ মাছৰ বৃদ্ধি হ্ৰাস পাই আহিছে। বৰ্তমানে আৰ্থিকভাৱে অভাৱ-অনাটনৰ দিনত নমশূদ্ৰ আৰু ঝালো-মালো সম্প্ৰদায়ভুক্ত

লোকৰ বাহিৰেও স্থানীয় অন্যান্য গোষ্ঠীৰ লোকেও মাছ মাৰি বজাৰত বেচি জীৱিকা নিৰ্বাহ কৰিছে।

**মাছৰ উপকাৰিতা** মাছ এবিধ প্ৰটিনযুক্ত ৰুচিকৰ খাদ্য। শৰীৰ ৰক্ষাত ইয়াৰ প্ৰয়োজনীয়তা অতি বেছি। বিভিন্ন মাছত বিভিন্ন খাদ্যপ্ৰাণ থাকে। ৰোগীৰ পথ্য হিচাপেও মাছ খাবলৈ দিয়া হয়। মাগুৰ শিঙি কাৱৈ টেঙেনা খলিহৈ আদি মাছৰ জোল ৰোগীৰ শক্তিবৰ্ধক। সৰু পুঠি মাছৰ মূৰ শুক্ৰবৰ্ধক। ৰৌ, কাতলা কুৰ্শা আদি মাছৰ মূৰ খালে চকুৰ জ্যোতি বাঢ়ে, গজু সবল হয। বসন্ত ওলোৱাৰ পিছত বৰালি মাছ খাবলৈ দিযা হয। মুখৰ আৰু শৰীৰৰ দাগ নোহোৱা হয। তেলাল মাছৰ পৰা চৰ্বি বাঢে। বযসিযাল লোকে সৰু মাছ খোৱা ভাল। সহজে জীণ যায। মাছ কেবাধৰণে ৰান্ধি খোৱা হয। মাছৰ কালিয়া ভাজি মুডিঘণ্ট ভৰ্তা / পিটিকা জোল ইত্যাদি। মাছ শুকাই শুটকা বনাযো খোবা হয। সৰু শুকান মাছ গুৰি কৰি বিশেষ পদ্ধতিৰে সিদল তৈযাৰ কৰা হয। সিদল গোৱালপৰীযা-লোকৰ ৰুচিকৰ আঞ্জা। বালিযা বা পানী মুতুৰী মাছ ঔষধৰ লগত খুৱালে টোপনিত বিছনাত মুতা লৰা-ছোৱালীৰ ৰোগ গুচে। গৰৈ মাছ ঔষধৰ লগত খুৱালে কুকুৰী কণা ৰোগৰ পৰা আৰোগ্য লাভ কৰিব পাৰি। মাঙ্গলিক কামত বা বিযা-সবাহত মাছক উৰ্বৰতাৰ প্ৰতীকৰূপে ব্যৱহাৰ কৰা হয়। প্ৰথম ধান সিঁচিবৰ দিনা অৰ্থাৎ মুঠি লোৱাৰ দিনা বিধানৰ লগত পুঠীমাছ লৈ যোৱা হয। জলকীযা খেতিত পচা বেমাৰ লাগিলে পুঠী মাছ পানীত পচাই সেই পানী খেতিত ছটিযালে জলকীয়া গছৰ পচা বেমাৰ ভাল হয।

**মাছৰপৰা গাঁৱৰ নাম :**

গোৱালপাৰা জিলাত কিছুমান গাঁৱৰ নাম মাছৰ নামেৰে নামকৰণ হৈছে—যেনে ৰৌমাৰী কুৰ্শামাৰী চেংমাৰী, গৰৈমাৰী, পুঠিমাৰী মাগুৰমাৰী, শিঙিমাৰী, টেংলামাৰী, বোৱালিমাৰী, আৰিমাৰী, চিতলমাৰী, ইছিলামাৰী মিছামাৰী, ভাংনামাৰী এলেঙমাৰী, বটিযামাৰী, শোলমাৰী, শালমাৰা, খৈলাৰভিটা, কৈ মাৰী, কাছুখানা, টাকীমাৰী চিতলসুতী, চান্দামাৰী, দৰাকিনামাৰী

ধেদাইমাৰী মোৰামাৰী, বাউসকাটা কাকিলা, বাগসীমাৰী কুচিয়াৰ খাল ইত্যাদি। যিখন বিলত যি মাছ বেছি থাকে বা য'ত যি মাছ বেছিকৈ মৰা হয়, সেই মাছৰ নাম অনুসৰি সেইখন বিল বা তাৰ ওচৰত স্থাপন হোৱা গাঁৱৰ নাম ৰখা হয়। এনে গাঁৱৰ নাম জিলা-খনত অনেক আছে।

**লোক সাহিত্যত মাছৰ ভূমিকা**

লোক-সাহিত্যত মাছৰ ভূমিকা মনকৰিবলগীয়া। লোক-সাহিত্যত ফকৰা-যোজনা লোক বিশ্বাস সাঁথৰ আছে। এইবোৰত মাছৰ স্থান থকা দেখা যায়।

**মাছক লৈ ফকৰা যোজনাবোৰ এনে ধৰণৰ—**

১। নদীৰ মাছ হৈল নানান জাতি
ৰুই ইলিচা খলিচা পুঠি

২ বৰশী মাৰা মাছ
খুজি আনা ভাত

৩। চেং নাচে বেং নাচে
পুঠি খলিচা তাযো নাচে

৪। মাংসৰ ভিতৰত খটিযা (৪)
মাছৰ ভিতৰত বটিযা

৫। পন্তা (৫) ভাত
চুবা (৬) মাছ

৬। অল্প পানীত পুঠি খলিচা
দপানীত ৰৌ কাতালা

৭। ৰৌ মাছেৰ হাকানা
খাবা জুটি জানা
ধুবা হলে না জানা

৮। লেখা পঢা কৰি মৰে দুখে
মাছ মাৰিয়া খাবা দিন সুখে

৯। আম তলিত ভূই চহাবি
ছায়াতে যাবি ছাযাতে আহিবি

নিত্যে মাছৰ মূৰা খাবি
মধ্যে নদীৰ পানি খাবি
তিন মাথাৰ বুদ্ধি নিবি।

১০। ধীৰ নদীত শুকান পানী
দৰ্বীকনা মাৰিম খানিক খানি
ইত্যাদি।

**মাছক লৈ লোক বিশ্বাস সৰ্বজনবিদিত—**

১। পুৰা বা ভজা মাছ বাহিৰলৈ লৈ যাওঁতে দেও ভূতে ধৰিব পাৰে।

২। গৰৈ মাছ ঔষধৰ লগত খুৱালে কুকুৰীকণা ভাল হয়।

৩। পানী মুতুৰী মাছ ঔষধৰ লগত খুৱালে বিছনাত মুতা লৰা বা ছোৱালীৰ ৰোগ এৰে।

৪। ঘৰৰ চৌহদত ভূত-প্ৰেত দেখা দিলে মাছৰ কাইট আৰু মূৰ ঘৰৰ ছালত আঁৰি থলে ভূতে নধৰে।

৫। মাছক মাঙ্গলিক অনুষ্ঠান বিবাহ-সবাহত উৰ্বৰতাৰ প্ৰতীক ৰূপে প্ৰযোগ কৰা হয়।

**মাছৰ ওপৰত সাঁথৰো আছে**

১। মুই থাকং ভালে তুমি থাকা জলে
তোমাৰ আমাৰ দেখা হব মৰণকালে। মাছ আৰু
জলকীয়া

২। অন্ডী পখী অকুলা শাক
কুন জীবেৰ আঠাৰটানাক —গৰৈ মাছ।

**গোৱালপৰীয়া লোকগীতত মাছৰ ভূমিকা বহুল প্ৰসাৰিত—**

১। অৰে সাংনা (৭) আইনছে ভাংনা মাছ
তাক নাইদেং মুই ৰান্ধিয়া
তাৰ বাদে মাৰে সাংনা মোক
দুৱাৰ হেঙৰ (৮) দিযা।

২। অৰে মোৰ মৰদানী (৯) থাকিল হয়
মাছ মাৰিয়া আনলুং হয়

বটি নিযা বসিল হয়
মাছ কুটিবাৰ ধৰিল হয়
কি কেচ্চেত কি কুচ্চুও কৰিয়া

৩। আজি ফান্দতে পৰিযা বগা কান্দেৰে
ফান বসায ফান্দি ভাইৰে
পুঠি মাছ দিযা
পুঠি মাছেৰ লোভে পৰিছে বগা
চম্পা নদীৰ পাৰে।

৪। নাৰীৰ বসন্তকালে
মুখে মধুৰ হাসি
পুৰুষেৰ বসন্তকালে
হাতে মোহনবাঁশী (১০)
মাছেৰ বসন্তকালে
কৰে উজান ভাটি
মুই নাৰী একলা (১১) ঘৰে
কৰং কান্দাকাটি

৫। ফুল বৰশী বৰলাৰ টোপ
টেংনা মাৰোং গোট গোট

৬। চেংৰা বন্ধুৰে ৰসিযা বন্ধুৰে
আটো ডাৰাত (১২) হেঙা
পাৰি মাছ মাৰিযা দে

৭। অৰে শালেৰ গাছে শৌলেৰ
পোনা
বগুলায় (১৩) ধৰিয়া খায
বাপেৰ বিয়া নাই হইতে
বেটী নাইযোৰ (১৪) যায়
মনুৰাইৰে

৮। ইলসা মাছে উঠিয়া কয
আমাৰ বড় পেটী
আমাকে মজাইতে পাৰে
গোৱালপাৰাৰ বেটী

৯। শুটকী মাছেৰ টোপলাখনা
অ দাদা অ দাদা
সাথত নিবাৰ কোন (১৫)
শুটকী মাছৰ টোপলা নিযা
কেমন কৰিয়া যাং

১০। মাকৰাৰ জালত ফন্দিলৰে
দুৰা ভাই
কাঁকিলাৰ খলখলি হাসি
চেং মাছেৰ বেটীৰ বিয়া

টেংনা মাছক দিয়া।
দৰকিণা মাছে উঠিয়া কয়
বিয়াৰ হইম মুই কামনি
চান্দা মাছে উঠিয়া কয়
মুই হইম বিয়াৰ বৈৰাতী
টেপামাছে উঠিয়া কয়
মুই হইম বিযাৰ ঢুলীদাৰী
খাটা মাছে উঠিযা কয
মুই হইম বিয়াৰ চানাই
দাৰী।

১১। ভাবেৰ দেওৱা মছ মাৰে
ধলাই নদীৰ পাৰে
পানীয়া মৰা (১৮) মাছ
মাৰে
খালে আৰু বিলে।

পদ্মা নদীৰ ইলিসা মাছ
ৰং পুৰিযা বাতি
সেই মাছ কুটিতে লাগে
ভাল মানুষব বেটী

গোৱালপৰীয়া লোক-সাহিত্যত মাছৰ ভূমিকা উল্লেখযোগ্য। মাছক কেন্দ্ৰ কৰি অনেক আৰু অলেখ লোক-গীত গোৱা হয। লগতে মাছক লৈ সাঁথৰ ফকৰা-যোজনা লোকবিশ্বাস-বোৰে তাহানি কালৰে পৰাই লোক সাহিত্যৰ ভঁৰাল চহকী কৰি আহিছে। লোকগীতৰ কেঁচামালসদৃশ গীত-প্ৰবচনবোৰ আজিও জিলাখন চুকে-কোণে অনুদ্ধাৰ হৈ আছে। সোবোৰ অনুসন্ধানৰ জৰিয়তে বুটলি আনিব পাৰিলে গোৱালপৰীযা লোক-সাহিত্যৰ ভঁৰাল আৰু অধিক চহকী হৈ পৰিব। এই বিষযে মনোনিবেশ কৰা যুগুত।

## টোকা

শব্দ অৰ্থ

১। ঘোলা—নৈ বা বিলৰ পাৰৰ কাষত আবদ্ধ হোৱা পানীভাগ
২। ডোবা—বিলৰ নিচেই সৰু পানী ভাগ
৩। গাৰা—গড়খাৰৈ
৪। খটিয়া—হৰিণা পহু
৫। পন্তাভাত—পঁইতা ভাত

৬। চুৰা—পোৰা
৭। সাংনা—স্বামীৰ উপনাম বিশেষ
৮। হেঙৰ—হেঙাৰ
৯। মৰদানী—স্ত্ৰী
১০। বাঁশী—বাঁহী
১১। একলা—অকলশৰীয়া
১২। ডাৰা—সৰু নৈ
১৩। বগুলায—বগলী
১৪। নাইয়োৰ—আলহী খোৱাৰ উদ্দেশ্যে অহা বা যোৱা
১৫। পানীয়া মৰা—স্বামীৰ উপনাম বিশেষ।

## খাদ্য

পূৰ্বাণ কালৰে পৰা গোৱালপাৰা জিলাৰ অধিবাসীযে ধানৰ পৰা চাউল আৰু চাউলৰ পৰা ভাতক মূল গাদ্যৰূপে গ্ৰহণ কৰি আহিছে। আজি যি ধৰণে গম-যবৰ পৰা আটা আৰু মযদাৰ প্ৰচলন আৰু প্ৰসাৰতা বৃদ্ধি পাইছে পূৰ্বে ইবোৰ গোৱালপৰীযা সমাজত প্ৰায একেবাৰেই নাছিল বুলি ক ব পাৰি। চাউলৰ পৰা চিৰা মুড়ী আৰু চাউল বানি গুৰি কৰি বিভিন্ন ধৰণৰ পিঠা বনাই জলপান কৰিছিল। এইবোৰ খাদ্য পূৰ্বাঞ্চলৰ সকলো ঠাইতে প্ৰচলন আছে। ধান শুকাই বানিলৈ আলোৱা বা আতপ (১) চাউল হয আকৌ ধান সিজাই শুকাই বানি তৈযাৰ কৰিলে উখা চাউল হয়। এই উখা চাউলত খাদ্যপ্ৰাণ বেছি থাকে। চিৰা মুড়ী আধৈ এনেযে খাব পাৰি। আকৌ গাখীৰ আৰু দৈৰ লগত চেনী বা গুড় সানিযো খোবা হয। তিথি-পাৰ্বণ বা বিয়া সবাহত দৈ-চিৰাৰ প্ৰচলন বেছি হয। জিলাখনৰ কোনো ঠাইত মুৰীকনহুম(২) আৰু খৈ বা আখৈক হুৰুমো (৩) কোৱা হয়। জিলাখনত আলোৱা বা আতপ চাউলৰ পৰা নানাবিধ পিঠা বনায়। যেনে— ভজাপিঠা, চিতুৱা বা ধাপৰি পিঠা, মইলদা পিঠা, গাৰগৰী পিঠা ভগাপিঠা, পাটিসেপটা, পিঠাৰ ভিতৰত তিল দি তিল পিঠা, নাৰিকল দি নাৰিকল পিঠা চুঙা পিঠা, বৰা চাউলৰ শুকান পিঠা ইত্যাদি।

মোলা (৪) ঃ—গুৰ পানীত মিহলাই গৰম কৰি এঠাযুক্ত হলে তাত মুৰি বা ভজা তিল সানি লাড়ু পকালে মোলা হয়। গুৰৰ ৰসত মাকৈ দিলে মাকৈৰ মোলা আৰু তিল দিলে তিলৰ মোলা হয।

ভজাপিঠা —পিঠাগুৰি গুৰ বা চেনীৰ পানীত পৰিমাণ জোখত মিহলাই তেলত ভাজি তৈয়াৰ কৰা হয। ভজাপিঠাৰ লগত তালৰ ৰস মিহলাই পিঠা বনোৱা হয। এনে পিঠাক তাল পিঠা বোলে।

চিতুৱা বা ধাপৰি পিঠা ঃ—পৰিমিত জোখৰ পানীত পিঠাগুৰি মিহলাই মাটিৰ খোলাত সেঁকি চিতুৱা পিঠা বনোৱা হয।

মইলদা বা ছিমাপিঠা ঃ—পিঠাগুৰিত পানী মিহলাই লাড়ু বনাই ভইলনেৰে বনোৱা হয। পৰিমাণ মতে মেলি দি তাৰ ভিতৰত চেনি বা গুড় বা খাজী (৫) দি মেৰাই ছিমাৰ (৬) আকৃতিৰে বনাই ভজা হয। কেতিযাবা ভাপতো সিজোৱা হয।

গৰগৰী পিঠা ঃ—পিঠাগুৰিৰ লাড়ু কণীৰ আকৃতিৰে বনাই ভাপত সিজোৱা হয়।

ভগা পিঠা বা টেকেলি পিঠা ঃ—পিঠাগুৰি কাপোৰত মেৰিযাই টেকেলিৰ ভিতৰত সোমাব নোৱৰাকৈ ওপৰত ৰাখি ভাপত সিজোৱা হয।

পাটী চেপটা ঃ—পিঠাগুৰি পৰিমাণ মত চেনী মিহলাই পানীত মিহলাই লোৰ তাওত মেলি দি সেঁকি দুই বা তিনিভাঁজ কৰি বনোৱা হয।

তিলপিঠা ঃ—পিঠাৰ ভিতৰত তিল দি তিল পিঠা আৰু নাৰিকল দি নাৰিকল পিঠা তৈযাৰ কৰা হয।

শুকান পিঠা ঃ—বৰা চাউলৰ পিঠাগুৰি মাটিৰ খোলাত (৭) সেঁকি ভাঁজ কৰি বনোৱা হয।

চুঙাপিঠা ঃ—চুঙাৰ ভিতৰত ৰাখি বনোৱা হয়।

জোকৰা আৰু পন্তাভাত —ৰাতি ভাত খোৱাৰ পিছত হাড়ি-চড়ুত বৈ থকা অতিৰিক্ত ভাতখিনি ঠাণ্ডাৰ দিনত এনেয়ে ৰখা হয় সেয়া জোকৰা ভাত। গৰমকালি পানী দি ৰখা হয। ইয়াক পন্তাভাত বোলে। গোৱালপাৰাত পন্তাভাত আৰু অঠীযা কল

খোৱাৰ প্ৰচলন আছে। আকৌ গৰমকালি এই পন্তাভাতক গৰৈ মাছ পুৰি ভৰ্ত্তা (৫) কৰি খালে বৰ জুতি লাগে।

বহনি বা বুকনি :—সাধাৰণত তিথি-পাৰ্বণত এইবিধ খাদ্য বনাই খোৱা হয়। বহনি বা বুকনিৰ প্ৰস্তুত প্ৰণালী তেনেই সুকীয়া। তিথিৰ কেইদিনমান আগতে ইয়াক বনোৱাৰ মো জা চলে। পৰিমাণ মতে ধান লৈ জাৰি ধুই পখালি পৰিষ্কাৰ কৰি লোৱা হয। পিছত তাক পানীত ভিজাই এদিন ৰাখি কুলা বা ডালাত উঠাই কলপাতেৰে ঢাকি থোৱা হয়। ২/৩ দিনৰ মুৰত যেতিযা বিধানৰ দৰে সৰু সৰু গজালি দেখা দিব, তেতিযা সেই গজালি মেলা গোটেইখিনি ধান ৰ'দত শুকাই ঢেঁকীত উৰ্খলিত (চামত) ৰানিব। তেতিয়া তাৰ পৰা তুঁহ মলি আৰু চাউল হব। তুঁহখিনি পেলাই দি মলিখিনি কাপোৰেৰে বান্ধি ৰাখিব আৰু চাউলখিনি পানীত কিছু সময় ভিজাই উঠাই লৈ ঢেঁকীত খুন্দি গুৰি কৰি লব। তিথিৰ আগদিনা আহু চাউলৰ ভাত ৰান্ধি সেই ভাত কলপাতত নমাই ঠাণ্ডা হবলৈ মেলি দিব। পিছত ৰাখি থোবা চাউলৰ গুৰা পৰিমাণ মতে দি মিহলাই লব। লগতে কাপোৰত বান্ধি থোবা মলিখিনি কাপোৰেৰে সৈতে পানী ভিজাই ভিজা মলৰ পৰা এলাই অহাপানী ভাতত দি মিহলাই লব। পিছত ইতিমধ্যে নতুন মাটিৰ হাড়ী ভালদৰে ধুই লৈ ভিতৰত মিঠা-তেলেৰে মুচি সেই হাডীত ভৰাই মুখখন ভালদৰে বান্ধি থব। ৰাতিটো সেই অৱস্থাত থকাৰ পিছত ৰাতিপুৱা খোৱাৰ উপযোগী হ'ব। এযে বহনি বা বুকনি। চিৰা মুৰি, দৈৰ লগত অলপ গুৰ পেলাই দি খাব পাৰি। খোৱাত বৰ জুতি লাগে। এবাৰ খালে এৰিবৰ মন নেযায। কিছুমান মুছলমান লোকেও ঈদৰ তিথিত বুকনি বনাই খায। গোৱালপৰীযা লোকৰ এইবিধ খাদ্য তেনেই সুকীযা যদিও বৰ্ত্তমান আধুনিকতাৰ প্ৰভাৱত ইযাৰ প্ৰচলন লোপ পাই আহিছে।

বোকা চাউল :—গোৱালপাৰা জিলাত বোকা চাউল খোৱাৰ প্ৰচলন আছে। এইবিধ চাউল কোমল। ই বিশেষ একপ্ৰকাৰ চাউল। ইয়াৰ পৰিমাণ মতে পানীত ১/২ ঘণ্টা তিয়ালে ভাতৰ

ৰূপ লয়। ইয়াক গাখীৰ, দৈ বা কলৰ লগত সানি খাব পাৰি। এয়ে বোকা চাউল।

গোৱালপাৰা জিলাত আঞ্জা হিচাপে সুকীয়া ব্যৱস্থাপনাৰে শাক-পাচলি খোৱা হয়। পেলকানি, খুদি সুটকানি, মেৱা বা খৰিচা, খাৰ্ৱাণ ইত্যাদি। অমিতা কুমৰা, কচু আদিত খাৰ সানিও খোৱা হয়।

**পেলকানি ঃ** ই সুকীয়া পদ্ধতিৰে বনোৱা একপ্ৰকাৰ তৰকাৰী। জিলাখনৰ লোকৰ বাবে এইবিধ তৰকাৰী অতি সুখাদ্য। এইবিধ তৰকাৰীত খাৰ দিয়া হয়। আঠীয়া কলৰ শুকান বাকলি পুৰি বনোৱা খাৰ ইয়াত দিয়া হয়। ইয়াৰ অভাৱত বজৰুৱা খাৰো দিব পাৰি। মৰাপাটৰ কেঁচাপাত বা লাফাশাকত খাৰ দি এইবিধ তৰকাৰী ৰন্ধা হয়। তিতা মৰাপাটৰ পাত শুকাই লৈ ৰাখিলে তাকে শুকাতি বোলে। ইয়াৰ লগত কেতিয়াবা সৰু মাছো পেলাই দিয়া হয়। ইয়াক শুকাই যতনাই ৰাখি সময়ে সময়ে উলিয়াই খায়। এইবিধ খাদ্য কফ গাৰবিষৰ উত্তম প্ৰতিষেধক।

**খুদি সুটকানি ঃ** চাউলৰ খুদি (?) পেলাই নিদি তাত অলপ পৰিমাণ শাকজাতীয় বস্তু আৰু খাৰ দি ৰন্ধা হয়। ইয়ো এক-প্ৰকাৰ জুতিলগা আঞ্জা।

**মেৱা বা খৰিচা ঃ** মেৱা বা খৰিচা গোৱালপাৰাবাসীৰ আন এবিধ সুকীয়া আঞ্জা। বাঁহৰ গজালিৰ পৰা এইবিধ তৰকাৰী বনোৱা হয়। বাঁহৰ গজালি ওলালে গজালিৰ ওপৰত মাটিৰ হাড়ী বা বাঁহৰ পাচি হেঁচি ধৰাকৈ বহুৱাব লাগে। কেইদিনমানৰ পাছত গজালি বাহিৰলৈ বাঢ়িব নোৱাৰি গোটেই হাড়ী বা পাচিটোত বাঢ়ি গৈ হাড়ী বা পাচিৰ আকাৰ ধাৰণ কৰে। তেতিয়া তাক কাটি আনি আঞ্জা বনাই তৰকাৰী খোৱা হয়। বড়ো-গাৰো জনগোষ্ঠীৰ লোকৰ মাজত ইয়াৰ প্ৰচলন বেছি।

**পেলাভি ঃ** ই এক প্ৰকাৰ আচহুৱা আঞ্জা। কোমল কচুৰ পাতৰ পৰা বনোৱা হয়। কচুৰ মাজৰ কোমল পাত ছিঙি আনি ধুই-পখালি গৰম পানীত সামান্য পৰিমাণে সিজাব লাগে। পিছত

একপ্ৰকাৰ নৰম হৈ আহিলে তাত লৱণ হালধি ৰচুন (১০) ভৰাই দি পাতখিনি মেৰাই লোৱা হয়। সেই মেৰোৱা পাতখিনি ডাঙৰ আন এটা কচুৰ পাতৰ মাজত ৰাখি তুঁহৰ জুইত পুৰিব। পুৰাৰ পিছত ঠাণ্ডা কৰি ভালদৰে সানিলে পেনাতি তৈয়াৰ হব।

**সিদল ঃ** সিদল গোৱালপাৰা অধিবাসীৰ আন এক প্ৰকাৰ আচহুৱা আঞ্জা। সাধাৰণতে চান্দা, পুঠি খলিচা (১) মাছ কাটি-কুটি ধুই পখালি ৰদত শুকাই বা মাছবোৰ চালনিত ৰাখি তলত জুই দি সেকি শুকাই লোৱা হয়। পৰিমাণমতে মানকচুৰ ঠাৰি কাটি লোৱা হয়। এই শুকান মাছ আৰু মানকচু একেলগে ঢেঁকী বা উখলিত বানি গুৰি কৰি লোৱা হয়। পিছত ইয়াক পৰিমাণমতে তেল হালধি, ৰচুন আদিৰে সানি ল'ব লাগে। পিছত লাড়ু বনাই চকাৰ দৰে চেপেটা কৰি ৰদত শুকাই ল'ব লাগে। এয়েই সিদল। সিদল ভালকৈ শুকাই ল'লে বহুদিনলৈকে ৰাখি তৰকাৰী বনাই খাই থাকিব পৰা যায়। ইয়াক ৰান্ধোনত ছড়া খাৰো ব্যৱহাৰ কৰিব পাৰি। সিদলো এবিধ জুতিলগা আঞ্জা।

**খাৰৰ ব্যৱহাৰ ঃ** খাৰ ঘৰতে তৈয়াৰ কৰি ল'ব পাৰি। সাধাৰণতে বৰষুণ নিদিয়া খৰাং দিনত আঠীয়া কলৰ গছ বা তাৰ মুঢ়া সৰু আৰু পাতলকৈ কাটি ৰ'দত শুকোৱা হয়। সম্পূৰ্ণ শুকোৱা হ লে জুইত পুৰিবলৈ দিয়া হয। ছাইখিনিত পৰিমাণ-মতে পানী দি মাটিৰ পাত্ৰত থোৱা হয়। সেই পাত্ৰত পানী দি ৰখাৰ পিছত তাৰ ওপৰৰ পানীখিনি কাপোৰেৰে ছেঁকি খোৱা খাৰ ৰূপে ব্যৱহাৰ কৰা হয়। খাৰক ছেকাও কোৱা হয় এইবাবে যে তাক ছেঁকি প্ৰস্তুত কৰা হয। গোৱালপাৰাত প্ৰতি পৰিয়ালে এই খাৰ খায়। আকৌ আঠীয়া (১২) কলৰ বাকলি শুকাই পুৰি তাৰ ছাইখিনি পানীত মিহলাই ছেঁকি খাৰ প্ৰস্তুত কৰা হয়।

## টোকা

| | শব্দ | অৰ্থ |
|---|---|---|
| ১। | আলোৱা, আতপ | আৰৈ |
| ২। | নহুম | মুৰ |
| ৩। | থৈ, হুৰুম | আখৈ |

| শব্দ | অৰ্থ |
|---|---|
| ৪। মোলা | মুৰি বা তিল বা মাকৈৰ এক-প্ৰকাৰ নাড়ু |
| ৫। খাজী | পিঠাগুৰি ভাজি গুড় বা চেনিৰে বনোৱা এবিধ খাদ্য |
| ৬। ছিমা | উৰহী |
| ৭। খোলা | চাপৰী |
| ৮। ভৰ্তা | পিটিকা |
| ৯। খুদি | খুদ |
| ১০। ৰচুন | নহৰু |
| ১১। খলিচা মাছ | খলিহৈ মাছ |
| ১২। আঠীযা কল | ভীমকল |

## বাসস্থান

পৃথিৱীৰ সকলোবোৰ সভ্য সমাজৰ দৰে গোৱালপাৰাতো বাস কৰা বিভিন্ন জনগোষ্ঠীৰে আশ্ৰয়ৰ বাবে বা ৰদ শীত বতাহ বৰষুণ বা অন্যান্য জীৱ-জন্তুৰ আক্ৰমণৰ পৰা নিৰাপদে থাকিবৰ কাৰণে একোখন উপযুক্ত ঠাইত বাসস্থানৰ বাবে মাটি নিৰ্বাচন কৰি ঘৰ-দুৱাৰ বান্ধি লৈছিল। এই প্ৰক্ৰিয়া তাহানি অতি প্ৰাচীন কালৰে পৰা আজিও অব্যাহত আছে যদিও আধুনিকতাৰ পৰশত নিৰ্মাণ কৰা ঘৰ দুৱাৰৰ আকাৰ আকৃতিত নতুনত্বই বিৰাজ কৰিছে। সেইবুলি জিলাখনৰ অনেক ঠাই বা অঞ্চল আছে য'ত বাসস্থানৰ পুৰণি সংস্কৃতি এতিয়াও বিৰাজ কৰি আছে।

গাঁওখন সৃষ্টি কৰোঁতে নৈ, বিল বা পাহাৰৰ সান্নিধ্যতাৰ প্ৰতি গুৰুত্ব দিয়া হৈছিল। নৈ বা বিলৰ ওচৰত গাঁওখন হ'লে তাৰ পৰা মানুহ বা আন আন জীৱ-জন্তুৰ বাবে পানী খাবলৈ বা গা ধুবলৈ সুবিধা থাকে, পাহাৰ ওচৰত থাকিলে খৰি কাঠ বা চিকাৰী জন্তুৰ সুবিধা থাকে। সেই ঠাইৰ নিৰ্মল বতাহ স্বাস্থ্যৰ বাবে উত্তম। পাঠটোত গৃহনিৰ্মাণ বিষয়ত প্ৰচলিত আচাৰ-ব্যৱহাৰ আলোচনা কৰিবলৈ লোৱা হৈছে। সো তাহানিৰ কালৰে পৰা

গৃহনিৰ্মাণ কাৰ্য্য বিশেষ নীতি-নিয়মেৰে মানি লোৱা হৈছিল। জিলাখনত তাহানিৰ দিনত জ্যোতিৰ্বিজ্ঞানৰ প্ৰসাৰতা বিদ্যমান আছিল। সকলোবোৰ শুভকৰ্ম জ্যোতিৰ্বিজ্ঞান মতে আৰম্ভ কৰা হৈছিল। সু-স্বাস্থ্য আৰু শান্তিৰে লৰাছোৱালীৰে সৈতে স্থায়ী-ভাবে বসবাস কৰিবৰ বাবে ঘৰ সাজিবলৈ যেতিয়া মাটিৰ প্ৰয়োজনীয়তা বোধ কৰিছিল তেতিয়া সেই মাটি জ্যোতিৰ্বিজ্ঞান মতে নিৰ্বাচন কৰি লৈছিল।

পুবে-উত্তৰে ঢাল সেই বাৰীটা ভাল
দক্ষিণ-পশ্চিমে ঢাল সেই বাৰীটা নাহয় ভাল।

যি মাটিডৰাত ঘৰ বন্ধা হব সেই ডৰা মাটিৰ ঢাল পুৱ আৰু উত্তৰ পিনে হোৱাটো উত্তম বুলি বিবেচনা কৰিছিল। এই কাৰণেই যে জিলাখন নৈ, বিল, হাবি-বননি আৰু পাহাৰেৰে ভৰা। বৰষুণৰ প্ৰভাৱো বেছি। সেয়ে ইয়াৰ মাটি প্ৰায়ে সেমেকা থাকে। ঢাল মতে ঘৰ বান্ধিলে বৰষুণৰ ফলত সেমেকা মাটিত ৰদ পৰি সোনকালে শুকায় আৰু কালোপযোগী হয়।

ভূ-খণ্ডত অন্যান্য জীৱজন্তুৰ দৰে অশৰীৰী জীৱও অৱস্থান কৰি থাকে বুলি গোৱালপৰীয়া জন-জীৱনত বিশ্বাস। বিনা বিচাৰে ঘৰ বান্ধিবলৈ যাওঁতে বহু সময়ত অশৰীৰী জীৱৰ কোপ দৃষ্টিত পৰি ক্ষতিৰ সম্মুখীন হব লগা হয় বুলিও বিশ্বাস কৰা হয়। সেইবাবে ভূ-খণ্ড জ্যোতিৰ্বিজ্ঞানৰ গণনাৰে বিচাৰ কৰি লয় যাতে কোনো দোষৰ সম্মুখীন হব নালাগে।

"লগ্ন আকাশে সুক্ষ্ম সমান, মাহেত চলাচল, পাতালে নিধি গমন
লগ্নেৰ ঘৰে বিশপতি তাৰ দোষ উত্তৰ ভিতি
লগ্নেৰ ঘৰে থাকে শনি, তাৰ দোষ পশ্চিমে গণি।
...

ঘৰ বন্ধা মাটি ডোখৰ ভাল মন্দ বিচাৰ কৰাৰ পিছত কোন পিনৰ পৰা কি ধৰণেৰ ঘৰ নিৰ্মাণ কৰিব সেই বিষয়েও জ্যোতি-ৰ্বিজ্ঞান মানি চলা হয়। এইদৰে—

"মাটিৰ দীঘ মাপি তিনে হৰ, সমান দুযে বান্দেক ঘৰ

যদি আকে পথালি বড়, বারের ভাগ অমনে ছাড়
পূৱ দুৱাৰ দক্ষিণ দুৱাৰ, বান্ধিলে বাড়ি মনোহৰ।"
আকৌ কোৱা হয়

নওএঘাৰ তেৰ পোন্ধৰ, অনুপাত নিযা ঘৰ কৰ
সমান অসমান সুৰুজৰ আৰ, বান্ধিলে বাৰী ক্ষতিকৰ
জানি বুজি গৃহস্থেৰ বেটা, দিন দেখি পোতেক ঘৰেৰ খুটা

খুটি পুতি ঘৰ বন্ধাৰ সময়ত ঋতু আৰু মাহৰ ওপৰতো বিচাৰ কৰা হয় এইদৰে।

'ছয ঋতু তিনে হৰি ভাগে ভাগে ঘৰ কৰি
গ্ৰীষ্মৰ আগে বসন্তে নেও, তিনে তিনে ঘৰ চন্ধা দেও
এক তিনে পূব পশ্চিম, চাৰি দুইখে উত্তৰ দক্ষিণ।"

কোন পিনে কাৰ ঘৰ বান্ধিব তাৰো উল্লেখ নুই কৰিব নোৱাৰি

"উত্তৰত বাস্তুভেটি দক্ষিণত হৈল অন্নমুঠি
পুৱত কৰ ৰাজ দৰবাৰ পশ্চিমত বান্দেক আৰাম ঘৰ

যদি থাকে ডাক্তাৰে আশ, শযন কাছে তাৰে কাঁচ
দেব দেবতা সমানে ৰাখ, নাপায যাতে ছুতেৰ শ্বাস

আকৌ ঘৰখনৰ চৌহদ কেনেকুৱা হব ঘৰ বান্ধোতে তাৰ প্ৰতিয়ো মনোনিবেশ কৰা হয এই মতে—

আইগলা হাস, পাইছলা বাশ
উত্তৰত গুৱা, দক্ষিণত ধুৱা

সাধাৰণতে পুবফালে আইগলা (আগচেতাল) আৰু পশ্চিম ফালে পাইছলা (পিছচতাল) থাকে। উত্তৰত লক্ষ্মী নাৰায়ণৰ আসন স্বৰূপ বাস্তুভেটি। উত্তৰ মুৱা ঘৰ বদ-বতাহ কম পায় বাবে অস্বাস্থ্যকৰ সেইকাৰণে দক্ষিণত উত্তৰমুৱাকৈ ৰান্ধনি ঘৰ বন্ধা হয। পুবফালে ঘৰৰ সমুখফালত বাহিৰা মানুহে উঠা বহা কৰিবৰ বাবে বাটঘৰ বন্ধা নিয়ম যাতে বাহিৰা মানুহে ঘৰৰ ভিতৰৰ অৱস্থাৰ প্ৰতি লক্ষ্য কৰিব লগীয়া নহয় আৰু পশ্চিম পিনে পূব দুৱাৰী থকা ঘৰ বান্ধিব লাগে। ভঁৰাল ঘৰ বান্ধিব

লগা হলে গৃহস্থৰ শূৱা ঘৰৰ কাষতে বান্ধিব যাতে সকলো সময়তে চকু ৰাখিব পৰা যায়। দেৱদেৱীৰ মন্দিৰ সমুখৰ ফালে বন্ধা নিযম। ঘৰৰ পূৱেত হাঁহ পুহিবৰ বাবে পুখুৰী, পশ্চিমে বাঁহৰ বাগিচা, উত্তৰত পাণ তামোলৰ বাগিচা আৰু দক্ষিণফালে খুলা ৰাখিবলৈ কৈছে। দক্ষিণফালে এইবাবে খুলা ৰখাৰ নিযম যাতে ঘৰখনত পোহৰ আৰু মুকলি বতাহ পায। সাধাৰণতে ধুমুহা, বতাহ আদি পশ্চিমৰ পৰা বয। বতাহে যাতে ঘৰৰ ক্ষতি কৰিব নোৱাৰে তাৰ বাবে পশ্চিমে বাঁহ ৰুৱা নিয়ম।

গোবালপৰীযা জনজীবনত গৃহ নিৰ্মাণৰ ওপৰ বৰ্ণিত নীতি-নিয়মবোৰ পূৰ্বতে মানি চলিছিল। বৰ্ত্তমানেও এই নিযম মানি চলা হৈ থাকে যদিও মাটিৰ নাটনি কাৰণত বহুতৰে বাবে ই সম্ভৱ নহয। তথাপি পাৰ্য্যমানে মানুহে বিচাৰ আলোচনা কৰিহে নতুন ঠাইত ঘৰ নিৰ্মাণ কৰে।

গোৱালপৰীযা জনজীবনত ব্যৱহাৰ হোবা ঘৰবোৰ আকৃতিত তিনি ধৰণৰ। এচলীযা, দুচলীযা আৰু চাৰিচলীযা—এচলীয়া ঘৰক চাপৰা ঘৰ, দুখন চাল থকা ঘৰক বাংলা ঘৰ আৰু চাৰিখন চাল থকা ঘৰক চৌৱাৰী ঘৰ বোলা হয। সাধাৰণতে ঘৰৰ চাল-বোৰ খেৰৰ। উলুখেৰেৰে ঘৰবোৰ চাউনি কৰা হয। উলুখেৰৰ অভাৱত কাশীযা (কহুৱা) বনেৰেও ঘৰ চাউনি কৰে। কাশীবনৰ চাউনিতকৈ উলুখেৰৰ চাউনি বেচি দিন টিকে। জনসংখ্যা বাঢ়ি অহাত মাটিৰ পৰিমাণো কমি আহে। লগে লগে খেৰো লোপ পাবলৈ ধৰে। খেৰৰ অভাবত টিন বা টালী ব্যবহাৰ কৰি ঘৰ চাউনি কৰা হয। ঘৰ এখনত ভিন ভিন ঘৰ ভিন ভিন কামত ব্যৱহাৰ কৰা হয। ব্যবহাৰৰ ফালৰ পৰা ঘৰ তলত দিযা ধৰণে ভগাব পাৰি।

১। বৰ ঘৰ ঃ—এই ঘৰখনত ঘৰৰ মূল মানুহজন থাকে। এই মূল মানুহজনেই ঘৰখনৰ মুৰব্বী ব্যক্তি।

২। ৰান্ধনি ঘৰ ঃ—এইখন ঘৰত খোৱাবোবাৰ বাবে ৰন্ধা বঢ়া কৰা হয।

৩। চৰাঘৰ ঃ—ইযাক নাহাৰী—নাকাৰী বা চৰা ঘৰ বোলে। বাহিৰা লোক আহিলে সাধাৰণতে এই ঘৰতে বহিবলৈ বা থাকিবলৈ দিয়া হয়।

৪। ভাণ্ডাৰ ঘৰ ঃ—এইখন ঘৰক গোলাঘৰো বোলে। ইয়াত খেতিত উপাৰ্জন হোৱা ধান ৰখা হয়।

৫। পূজা ঘৰ বা ঠাকুৰ ঘৰ ঃ—দেৱতাক পূজিবলৈ ঘৰৰ নিলগত সৰুকৈ এই ঘৰ তৈয়াৰ কৰি লোৱা হয়।

৬। গোহালি ঘৰ ঃ—ইয়াক গইল বা গোলী ঘৰো কয়। এই ঘৰত গৰু ৰখা হয়।

৭। খৰি ঘৰ ঃ—ইয়াত খৰি ৰখা হয়।

৮। তেলপেৰা ঘৰ ঃ—তেলপেৰা বা তেলীয়ে তেল পেৰিবৰ বাবে এনে ঘৰ ৰাখে।

৯। হাস ঘৰ ঃ—হাঁহ-কুকুৰা ৰাখিবৰ বাবে সৰুকীয়াকৈ এই ঘৰ বন্ধা হয়।

১০। তাঁত ঘৰ —কাপোৰ বুৰৰ বাবে বনোৱা ঘৰ।

১১। ঢেঁকী ঘৰ —এই ঘৰত ঢেঁকী ৰখা হয়। এইঘৰত ধান পিঠাগুৰি আদি বনোৱা হয়।

১২। খালিঘৰ ঃ—এই ঘৰত মাহ সৰিয়হ আদিৰ ভুচি, গৰুৰ খাদ্য আৰু অন্যান্য বস্তু-বাহানি ৰখা হয়। ইয়াত ভেৰা ছাগলী আদি ৰখা হয়।

সাধাৰণতে ডাঙৰ গৃহস্থ এজনে বিধে বিধে ঘৰ বান্ধে। সৰু পৰিয়ালত বা সাধাৰণ লোকে ঘৰৰ চোক এটাতে দুটা, তিনিটা বা চাৰিটা ঘৰ বান্ধি সকলোবোৰ কাম চলাই থাকে। তেনে পৰিযালত থকা বৰ ঘৰতে এই খোপত ( অংশত ) মাচা বা চাঙপাতি বেৰাৰে ঘেৰি তাতে ধান ৰাখে। আৰু আনটো খোপত বাহিৰা লোকে উঠা বহা কৰে। ৰান্ধনী ঘৰৰ কোনো ভাগত খৰি আৰু কোনো ভাগত হাঁহ মুৰগী ৰাখে। ঘৰৰ বাৰান্দাত তাঁতশাল থাকে। গোহালি ঘৰৰ একাংশত ভুচি গৰুৰ দানা আদি ৰখা হয়।

গোৱালপৰীয়া জনজীৱনত বান্ধিবলগীয়া ঘৰৰ বাবে বহু প্ৰকাৰ সা-সৰঞ্জাম প্ৰযোজন হয়। সাধাৰণতঃ খেৰি ঘৰ এখন বান্ধিবলৈ খেৰ বাঁহ, বেত কাঠ মৰাপাট আদিৰ আৱশ্যক। চাউনি কৰিবৰ বাবে চনখেৰ বা উলুখেৰ আৰু ঘেৰিবৰ বাবে কাশীবন বা মইনাশ মধুৰা ইকৰা আদি।' বাঁহৰ কাম বহুত। বাঁহৰ পৰা

পাইৰ, ধন্না, ৰুৱা, তিৰ, কাইম ৱা কামি, খাম বা খুটি, চামি ঢাপৰি, তেমাল বা তেওল। বেতৰ তেমাল তুলিও বন্ধা হয়। মৰাপাটৰ পৰা পুতলি, দোতা কাঞ্চন আদিৰ প্ৰয়োজন। গৃহস্থই ঘৰ বন্ধাৰ বাবে নিৰ্দিষ্ট ঠাইত ওথকৈ ভেঁটি কাটি বাঁহৰ বা কাঠৰ খাম বা খুটি পুতি লয। খামৰ ওপৰ অংশত আলকাটি পাইৰ বহুৱাই খামৰ সৈতে পাইৰ বান্ধে। পাইৰ পাচটা থাকে। ঘৰখনৰ আগত আৰু পাছৰ শাৰীত দুটা মুধাত এটা আৰু মুধা আৰু দুই শাৰীৰ মাজত দুটা মুঠ পাচটা পাইৰ। ঘৰৰ দীঘ অনুপাতে ধন্না, আৰু ধন্না আৰু পাইৰক তীৰেৰে সংযোগ কৰা থাকে যাতে ঘৰ ফেটা বা ভাঁজ হৈ নাযায। সিপিনে মাটিৰ ওপৰত ৰুৱা কামি আৰু তেমালেৰে চাল বান্ধে। চাল উঠোৱাৰ পাছত খেৰেৰে চাউনি কৰি লোবা হয। চাউনি কৰোতে সুতলি লাগে। পিছত ইকৰা মধুৰা কাশীবন বা মইনাশেৰে পৰিপাটিকৈ ঘিৰি মাটিৰে লেপী লোৱা হয। খামৰ সৈতে বেৰ তেমালেৰে বা কোনো সুতলিৰে বন্ধা হয। এনে ঘৰত খিৰকি প্ৰায় নাথাকে। কেতিয়াবা এখন বা দুখন দিযা হয। খিৰিকি বাঁহেৰে সুন্দৰকৈ বনোৱা হয়। দুৱাৰ এখন বা দুখনহে থাকে। যি দুটা খামৰ মাজত দুৱাৰ থাকিব সেই খামত মোখা বান্ধ দিয়া হয়। পিছত বাঁহৰ ধুনিযাকৈ নিৰ্মিত দুৱাৰ সংযোগ কৰা হয। বৰঘৰত সাধাৰণত আটাল বা চিচিং দিযা হয।

এই মতে গৃহস্থৰ প্ৰয়োজন অনুপাতে আন আন ঘৰ বনাই লয।

## সাজ-পোছাক

সভ্যতা-সংস্কৃতিৰ এক অন্যতম দিশ, সাজ পোছাক। কোনো জাতিৰ সাজ-পোছাক আৰু তাৰ উপকৰণৰ ওপৰত ভৌগোলিক প্ৰভাৱ নুই কৰিব নোৱাৰি। এই সাজ-পোছাক বা সাজ-পাৰৰ পৰাই মানুহৰ বৰ্ণ, অৱস্থা শ্ৰেণী, বযস, লিঙ্গ, সধবা, বিধবা, কুমাৰী, অকুমাৰী আদিৰ পাৰ্থক্যৰ উমান পাব পাৰি। সামাজিক জীৱনত সাজ-পোছাকৰ সম্পৰ্ক আছে। ঘৰত থকা অৱস্থাত, কামৰ সময়ত, বাহিৰত ফুৰাত, ধৰ্মীয় কামত, বিবাহ-সবাহত, যুদ্ধ

ক্ষেত্ৰত, মৃত্যু অৱস্থাত সাজ-পোছাক ভিন্ন হয়।

সাজ-পোছাকৰ লগত কোনো এখন ঠাই বা অঞ্চলৰ জন-গণৰ সামাজিক আৰু সাংস্কৃতিক জীৱন সাঙোৰ খাই থাকে। গোৱালপৰীয়া সংস্কৃতিয়ো ইয়াৰ ব্যতিক্ৰম নহয়। এই সাজ-পাৰৰ ওপৰত এষাৰ প্ৰবাদ বাক্য মন কৰিব পাৰি। যেনে—

ঘিৰিলে বিৰিলে বাৰী
পিন্ধিলে উৰিলে নাৰী

গোৱালপাৰা জিলাৰ সাংস্কৃতিক জীৱনধাৰা পিন্ধা-উৰা সাজ-পাৰৰ লগতে জড়িত হৈ থাকে। জিলাখনৰ সাজপাৰত এক সুকীয়া বৈশিষ্ট্য আছে। ৰাজ্যখনৰ অন্যান্য অঞ্চলৰ পৰা ই কিছুপৰিমাণে হলেও ভিন্ন।

গোৱালপাৰা জিলাৰ সমাজ জীৱনত ব্যৱহাৰ কৰিবলৈ লোৱা কাপোৰ কানি সচৰাচৰ গোৱালপাৰাবাসীয়ে এ সময়ত নিজেই উৎপাদন কৰিছিল। কাপোৰৰ বাবে সূতা আৰু সূতাৰ বাবে কপাহ তেওঁলোকে নিজেই খেতি কৰি উৎপন্ন কৰিছিল। তদুপৰি এণ্ডীপলু পুহি তাৰ পৰা এণ্ডীকাপোৰৰ বাবে সূতা উলিয়াই ছিল। বৰ্তমানেও কোনো কোনো ঠাইত এই কাম অব্যাহত আছে। অৱশ্যে কপাহৰ পৰা সূতা কটা কাম কমি আহিছে এই বাবেই যে বজাৰত কম মূল্যৰ যন্ত্ৰত প্ৰস্তুত কৰা সূতা প্ৰচুৰ পৰিমাণে পাব পাৰি।

গোৱালপৰীয়া সমাজত সূতাকটা, পলু পোহা, তাঁতবোৱা আদি কামবোৰ সাধাৰণতে তিৰোতা বিলাকেই কৰে। ঘৰুৱা কাম সমাপন কৰাৰ পিছত অৱসৰ সময়ত টাকুৰীত বা যঁতৰত সূতা কাটে আৰু তাঁতশালত কাপোৰ বৰে। তেওঁলোকে দৈনন্দিন জীৱনত ব্যবহাৰ কৰা তলত উল্লেখিত কাপোৰবোৰ তাঁতশালত বৈ লয়। কাপোৰবোৰ এনে ধৰণৰ—

১। গামছা —ই গা, হাত, ভৰি মুছিবৰ বাবে সৰুকৈ বনোৱা কাপোৰ। ইয়াৰে তিৰোতাই সৰু কেচুৱাক পিঠিত বোকাও ধৰে। এই গামছালৈ লোকগীত আছে—

গামছা কাপুৰ গৰেয়া( ) থৈছুং

বন্ধু আসিবাৰ কাথা(২)
গোসা(৩) ইযা নাসিল বন্ধু
মনত লাগে ব্যথা।

২। আওচা ঃ—এইবিধ কাপোৰ গামছাত কৈ ডাঙৰ। পুৰুষে পিন্ধি কাম-বন কৰে। কৌতিয়াবা ধুতিৰ সলনিয়ো পিন্ধা হয়।

৩। পাটানি ঃ—এইবিধ কাপোৰ তিৰোতাই পিন্ধে। বুকুত পিন্ধা হয। ইযাৰ বহৰ(৪) বৌচ। পিন্ধিলৈ ভৰিৰ গেৰোৱা লৈকে ঢকা থাকে।

৪। পাচাৰা ( ) —এইবিধ কাপোৰ সচৰাচৰ জাৰ কালি উৰা হয। এই পাচাৰা কপাহী সুতা বা এণ্ডী বা এৰী সুতা দুয়োটাৰ পৰাই বনোৱা হয। কপাহী সুতাৰে বনোৱা পাচাৰাক সুতি পাচাৰা আৰু এৰী সুতাৰে বনোৱা পাচাৰাক এৰী পাচাৰা বা এ'ণ্ডী পাচাৰা বোলে। এই পাচাৰালৈ লোকগীত গোৱা হয—

"অকি অৰে পতিধন
পাচাৰা লাগোযা থইচুং শালত
গৰাবাৰ(৩) সুতা নাই
জাৰেৰ দিন কষ্ট পাবি
মোক তুই সুতা আনিযা দে"

৫। দোপাটী ঃ—বিযাত দৰা-কইনাৰ দুটি প্ৰাণক এক কৰাৰ অৰ্থে লথন গাঁথি দি ব্যৱহাৰ কৰা কাপোৰ। এই কাপোৰত বগা আৰু কলা দুটা ৰং থাকে। ৰং দুটা শিৱ আৰু শক্তিৰ প্ৰতীক।

৬। ফালী ঃ—বিয়াত দৰাৰ মূৰত মেৰিযাই দিয়া কাপোৰ। এইবিধ কাপোৰ অকল বিয়াতহে ব্যৱহাৰ কৰে। এই ফালী একে-দিনাই বুই উলিওৱা নিয়ম। ফালীৰ ওপৰত লোকগীত গোৱা হয এইদৰে—

ফালী মাৰে ফোটা মাৰে
মনিবাজেৰ ভাই
ভাল কৰিযা মাৰি বি ফালী
বিবাহতে যাই।

৭। পান্না ঃ—বিছনাৰ ওপৰত পৰা হয়। দীঘলে সুতা টানি

আৰু পথালিয়ে পুৰণি কাপোৰ সূতাৰ আকাৰে ফালি তাঁতশালত বনোৱা হয়।

৮। খেতা ঃ—ব্যৱহাৰ কৰা কাপোৰ ফালিলে তাক পেলাই নিদি সেইবোৰ ওপৰা ওপৰকৈ ৰাখি বেজী সূতাৰে চিলাই কৰি লোৱা হয়। ইয়াক বিছনাত পৰা হয। আকৌ ঠাণ্ডা দিনত আহল-বহলকৈ বনাই উৰাও হয। খেতাক ঠাইবিশেষে গুদুৰী বা দাগিলীয়ো কয়।

গোৱালপৰীয়া জনসমাজত পুৰুষে ধুতি, পাঞ্জাবী/কামিজ, আওছা গামছা পিন্ধে। তিৰোতাবোৰে পাটনি পিন্ধে আৰু মূৰত আলগা কাপোৰেৰে ওৰণি লয়। তিৰোতাই আকৌ কেশপটীৰে মূৰ বান্ধি লয়। তেওঁলোকে খোপা বান্ধে আৰু খোপাত ফুলৰ মালা বা অলংকাৰো পিন্ধে।

বড়ো তিৰোতাই বিশেষ কাৰুকলাৰে বোৱা দোখনা পিন্ধে। লগতে শৰীৰত এখন চাদৰ লয়। ইয়াক জীমগ্ৰা বোলে।

গাৰো তিৰোতাই দোখনাতকৈ দীঘে-পুতলে সৰু কাপোৰ এখনেৰে কঁকালৰ পৰা আঠুলৈকে ঢাকি ৰাখে।

বৰ্তমানে আধুনিকতাৰ প্ৰভাবত সকলো শ্ৰেণীৰ পুৰুষ স্ত্ৰীৰ সাজ-পোছাকত পৰিবৰ্তনে দেখা দিছে। পুৰুষে চুটী ঠেঙা দীঘল ঠেঙা আৰু চোলা পিন্ধে, তিৰোতাই শাৰী পিন্ধে, ছোৱালীযে চেলোৱাৰ কামিজ পিন্ধে আৰু ওৰণা লয়।

গোৱালপাৰা জিলাত মুছলমান সম্প্ৰদাযৰ সাজ-পোছাক এক প্ৰকাৰ সৰ্ব ভাৰতীয। পুৰুষে পাঞ্জাবী চোলা, পাযজামা আৰু লুঙী পিন্ধে। ধৰ্মীয কাৰ্যত পুৰুষে মূৰত টুপী বা পাগুৰী পিন্ধে। তিৰোতাই সাধাৰণতঃ শাৰী পিন্ধে আৰু পিন্ধা শাৰীৰে মূৰত ওৰণি লয়। ছোৱালীয়ে ফ্ৰোক বা চেলোৱাব কামিজ পিন্ধে আৰু ওৰণা লয়। বৰখা(?) পিন্ধাটো তিৰোতাৰ বাবে জৰুৰী যদিও বহুল প্ৰচলন নোহোৱাত জিলাখনত কদাচিত হে তিৰোতাই বৰখা পিন্ধে। সাজ-পোছাকৰ ক্ষেত্ৰত মুছলমান সমাজতো আধুনিকতাৰ প্ৰভাব বিৰাজমান। জিলাখনত মুছলমানৰ আগমনত ইয়াৰ জনজীৱনত জোতা, মোজা, ৰুমাল, জামা, চাপকান আদিৰ

প্ৰচলন হয়। মৃতকক বগা কাপোৰেৰে আচ্ছাদিত কৰি কবৰ-স্থানলৈ লৈ যায়। হিন্দু সকলে মৃতকক সেই একে ধৰণৰ বগা কাপোৰেৰে মেৰিয়াই শ্মশানলৈ লৈ যায। সাধু-সৈন্যাসী বা গুৰুৰ দীক্ষা লোৱা ব্যক্তিয়ে গাত গেৰুৱা কাপোৰ লয় আৰু মূৰত পাগুৰী ব্যৱহাৰ কৰে।

টোকা

| শব্দ | অৰ্থ |
|---|---|
| ১। গৰেয়া | বনাই |
| ২। কাথা | কথা |
| ৩। গোসা | থুং |
| ৪। বহৰ | পুতল |
| ৫। পাচৰা | বনাবলৈ |
| ৬। গৰাবাৰ | সম্পূৰ্ণ শৰীৰ ঢকাকৈ মুছলমান |
| ৭। বৰখা | তিৰোতাই ব্যৱহাৰ কৰা পোছাক |

## গয়না-গাঠি ( আ-অলঙ্কাৰ )

গোৱালপৰীয়া সমাজ জীৱনত গযনা-গাঠি বা আ-অলঙ্কাৰৰ ব্যৱহাৰ অতি পুৰণি। বুৰঞ্জীযে ঢুকি পোৱা সময়ৰে পৰা গোৱালপৰীযা সমাজত কম-বেছি পৰিমাণে ই প্ৰচলিত হৈ আহিছে। জিলাখনৰ মানুহ সৌন্দৰ্য্য প্ৰিয়। সৌন্দৰ্য্য ভাল-পোৱাটো মানুহৰ সহজাত প্ৰবৃত্তি। এই সহজাত প্ৰবৃত্তি মানুহৰ মাজত নিত্য বিৰাজমান। ধাতু আবিস্কাৰ হোৱাৰ আগতে মানুহে প্ৰকৃতিৰ গছ-লতা ফল-ফুল আদিৰে নিজৰ দেহ সজাই-ছিল। কালক্ৰমত সোণ, ৰূপ ধাতু আদি আবিস্কাৰ হল, মানুহ সভ্যতাৰ দুৱাৰ ডলিত ভৰি দিলে। সোণ-ৰূপেৰে বিভিন্ন ঠাইত অলঙ্কাৰ আদি বনাব শিকিলে। কালক্ৰমত গোৱালপাৰা জিলাৰ সমাজ জীৱনতো নাৰীক অধিক সৌন্দৰ্য্যৰে ভৰপুৰ কৰি তুলিবৰ বাবে দেহৰ বিভিন্ন অংগ-প্ৰত্যঙ্গত সোণ-ৰূপৰ অলঙ্কাৰ পিন্ধালে।

জিলাখনত বাস কৰা সকলো শ্ৰেণীৰ লোকৰ মাজত গযনা-গাঠিৰ ব্যৱহাৰ প্ৰচলন আছে। ইয়াত বাস কৰা কোচ-ৰাজবংশী বড়ো-ৰাভা, যোগী-নমশূদ্ৰ, কলিতা, মুছলমান আদি গোষ্ঠীৰ তিৰোতা সকলে শৰীৰৰ বিভিন্ন অঙ্গত অলংকাৰ পিন্ধে। এই গয়না-গাঠি সচৰাচৰ কপাল, কাণ, নাক গল, কমৰ, বাহু, হাত, আঙুলি আৰু ভৰিত পিন্ধা হয।

গোৱালপাৰা জন জীৱনত আ-অলংকাৰ লৈ গীত মাতো সৃষ্টি হোৱা দেখা যায় এইদৰে—

"যায়সে আমাক দিবেৰে মুঠিভৰা শাখাৰে
তাৰ বিছনায হেলিযা দিম গাওৰে
• • • •
তাৰ পাছত সাজিলো ময়না
হাতে দিয়া চুৰি

তাৰ পাছত সাজিলো ময়না
নাকে দিযা ফুল

অ পতি ধন শুট কৰিযা(১) কংমুই
হালেৰ গৰু বেচাও তুই
সোনা কিনিয়া মোক নোলো গৰেযা(২) দে
• • • •
একলোটা ঢালিতেৰে বৈদো
দুষোলোটা ঢালিতেৰে বৈদো
তিনলোটা তুলিতে খসিয়া(৩) পৰিল মোৰ চন্দ্ৰহাৰ।

নালাগে মোক জলাতা পানো
নালাগে মোক কানেৰ দুল
বৌৰ বাদে (৪) আইনছে দাদা
কি সুন্দৰ ঝুমকা নাগা(৫) দুল

হাৰ, হাসলি, মাছিপাত
কান খাৰিকা নাকে নথ
কোদাল ভাঙি গুলাব গৰে

ছোটকালে কৰিছেন বিযা
অষ্ট অলংকাৰ দিয়া
অষ্ট অলংকাৰ খুলিয়া নেও
খুশি মনে পতি বিদায় দেওৰে
থুইযা আইস(৬) মোক
বাপো-ভাইযেৰ দেশেৰে

এইদৰে দেখা যায যে গোৱালপৰীযা জনসমাজত দেহৰ বিভিন্ন অঙ্গত সিতাপাতি টিকলি, অন্তি, ফুলকাৰি কাণফুল কাণপাশা, শৰীকালি, মাছিপাত কদমা, মাকৰী, দুল, ঝুমকা পাশা ফুল নোলো নথ, গুলাব হাসলি, চন্দ্ৰহাৰ, সূৰ্যমুখীহাৰ, চিক, পেচা হাৰ সাতসিয়া হাৰ, মনিহাৰ, আদলি, শিকি / টাকা, কাটাবাজু, আমলেট, অনন্ত, শাখা, চুৰি গামখাৰু, মুঠাখাৰু বালা, কঙ্গন, পালিসপাতা কমৰেৰ গোট, ৰেট, আঙঠি, ঠেংকাড়ি বিছা, বাগখাৰু, কাড়ি, চুটকি আদি ব্যৱহাৰ কৰা হয়। গযনা বা গহনাবোৰ সোন বা ৰূপেৰে তৈয়াৰী। ৰূপতকৈ যিহেতু সোনৰ মূল্য বেছি সেইবাবে সাধাৰণ অৱস্থাৰ লোকে বা গাওঁ অঞ্চলৰ বেছিভাগ মানুহে বেছি ওজনৰ গহনা ৰূপৰ পৰা তৈয়াৰ কৰি লয। গযনা বা গহনাবোৰৰ ব্যৱহাৰ তলত চমুকৈ দিয়া হল।

১। **কপালৰ গহনা** —কপালত সিতাপাতি আৰু টিকলী পিন্ধা হয। সিতাপাতি সোন বা ৰূপৰ কাম কৰা। ই এখন চেইনৰ দৰে। কপালৰ ওপৰ অংশত চুলিৰ তলেৰে লৈ দুই মূৰত খোপাৰ লগত পিন মৰা হয। সিতা বা সেওতাৰ পৰা চাৰি-পাঁচ আঙুলি দীঘল চেপেটা বা ঘূৰণীয়া চেইন ( টিকলী ) ওলমি থাকে। অৱস্থাপন্ন পৰিয়ালত সচৰাচৰ বিয়াৰ সময়ত এনে সিতাপাতি আৰু টিকলী ব্যৱহাৰ কৰে।

২। **কাণত পিন্ধা গহনা ঃ—**

(ক) **অন্তি ঃ**—এইবিধ গহনা অতি পুৰণি। আধুনিক সমাজত ইয়াৰ ব্যৱহাৰ প্ৰায় লোপ পাই আহিলেও গাওঁ অঞ্চলৰ কোনো কোনো ঠাইত ইয়াৰ প্ৰচলন এতিয়াও আছে। এইবিধ গহনা প্ৰায় এটা কড়ি ওটিৰ নিচিনা। ভিতৰ অংশ ফোপোলা। সৰুতে ফুটা কৰি লোৱা কাণৰ লতিৰ তল ভাগৰ ফুটাৰ মাজেৰে তামৰ খিলা সুমোৱা হয় আৰু সেই খিলাত অন্তি ওলোমাই ৰখা হয়। কোনো কোনোৱে অন্তিত আকৌ চেইন লগাই কাণৰ ওপৰত ওলোমাই ৰাখে।

(খ) **মাকৰী** —এইবিধ গহনাও কাণৰ তলত লতিত পিন্ধে। ই আকৃতিত চেপেটা। এই অংশত বিভিন্ন ধৰণৰ কাৰুকাৰ্য্য খোদিত থাকে।

(গ) **পাশা**—কাণত পিন্ধাবাবে ইযাক কাণ পাশাও কোৱা হয়। ইয়াক ডাইচত বনোৱা হয়। আকৃতিত চেপেটা ফুলৰ দৰে। ফুলৰ বিপৰীত পিঠিত আঙুঠা(৭) থাকে। কাণৰ তলৰ লতিত আঙুঠা সুমুৱাই পিন্ধা হয।

(ঘ) **ঝুমকা পাশা** —এইবিধ গহনাত পাশাৰ তলভাগত দুটা চেইনেৰে সংলগ্ন জুলি থকা ফুলাকৃতি টোপ ওলমি থাকে।

(ঙ) **মাছিপাত** —ডিমা আকৃতিৰ তলত ঝুল থকা গহনা। কাণত ফুটা কৰি লোৱা একেবাৰে ওপৰ অংশত পিন্ধা হয়।

(চ) **মুকুৰী ঃ**—কাণৰ ৰিপৰীত ফালে বাঢ়ি অহা অংশত পিন্ধা হয। ৰুচিভেদে ইযাৰ আকৃতি ভিন ভিন প্ৰকাৰৰ হয।

(ছ) **কদমা** —ইয়াকো কাণৰ তলৰ লতিত পিন্ধা হ্য। মিঠাই কদমা আকৃতিৰ তিনিটা একেলগে জোক লগোৱা থাকে। ইযাত থকা চেইন এখন কাণৰ ওপৰ অংশত ওলোমা হয়।

(জ) **ছুল** —কাণৰ লতিত পিন্ধা গহনা। সোন বা ৰূপৰ ঠাৰি এটাৰ ওপৰ অংশত দুটা সৰু দীঘল পাত মেলি থাকে আৰু তলত চেইন জুলি থকা বল থাকে।

(ঝ) **বালি বা আঙুঠি ঃ**—বালি সাধাৰণতে কেঁচুৱাতে পিন্ধা হয়। বহু সময়ত কেঁচুৱা লৰাকো পিন্ধা হয়। কেতিয়াবা সন্তান

নিটিকিলে কাণ ছিদ্র কৰি অঙ্গ খুত কৰি বালি পিন্ধোৱা হয়। অঙ্গ ছেদন কৰিলে হেনো সন্তান টিকে। ই লোক বিশ্বাস। বালি ঘূৰণীয়া আকৃতিৰ। ছোৱালী শিশু যিমানেই ডাঙৰ হয় সেই অনুপাতে চেপেটা আৰু শকত কৰি বনাই পিন্ধা হয়। ডাঙৰেও এই কাণত পিন্ধা আঙুঠি পিন্ধে। ইয়াক ৰিং বোলা হয়।

(ঞ) **শাৰীবালি** —কাণৰ মূৰ অঞ্চলত শাৰী শাৰীকৈ পিন্ধা বালিক একেলগে শাৰীবালি বোলে। এনে বালি কমেও পাঁচটাকৈ থাকে।

৩। **নাকত পিন্ধা গহনা** —নাকত গহনা পিন্ধিবৰ বাবে সৰুতে নাকৰ তলৰ দুযোফালে আৰু ভিতৰ অংশ ফুটাই শুকাই লোৱা হয।

(ক) **ফুল**:—নাকত পিন্ধা ফুল বা নাকফুল। নাকত পিন্ধা ফুল বিভিন্ন আক তিৰ হয়। আকৃতি অনুসৰি ফুলবোৰক দানা-বসাফুল, তাৰাফুল চিতিফুল, চিৰুৱাফুল পানাফুল, ছাতিফুল আদি হয়। দানাব সাফুলব মাজত সৰু টোপ থাকে আৰু তাৰ চাৰিওফালে সৰিযহৰ আকৃতিৰ সৰু সৰু দানা বহুৱা থাকে। ফুলৰ বিপৰীত ফালে সূক্ষ্মনলী সংলগ্ন থাকে। নাকৰ বিন্ধাত নলীটো সুমুৱাই দি তামৰ বনোৱা খিলা নলীৰ ভিতৰত সুমুৱাই দি পিন্ধা হয।

(খ) **নোলো**:—নোলো বা নোলোক নাকৰ তলভাগত ফুটা কৰি লোৱা মাজ অংশত পিন্ধা হয। এটা বালিৰ তলফালে ধান আকৃতিৰ দীঘল চেপেটা ফুল ওলমি থাকে।

(গ) **নথ** —ফুল পিন্ধা অংশত নথ পিন্ধাও হয়। নথ আকাৰত ৪ / ৫ ছেঃমিঃ ব্যাসৰ আঙুঠি এটা। তাৰ প্ৰায় চাৰিওফালে সৰু সৰু ঝুল ওলমি থাকে।

(ঘ) **গুলাব** —নাকৰ ভিতৰৰ মাজৰ ফুটা লতিত পিন্ধা অলংকাৰ।

৪। **গলত পিন্ধা অলংকাৰ**:—

(ক) **হাৰ** —হাৰ গলত পিন্ধা হয়। হাৰ কেইবা প্ৰকাৰ আছে। যেনে, গোটা হাৰ, বিছাহাৰ, পোঁচহাৰ, চন্দ্ৰহাৰ, কাঠিহাৰ। এই

হাৰ সাধাৰণ অৱস্থাপন্ন লোকে ৰূপৰ পৰা বনায়। অৱশ্যে চহকী লোকে সোনৰ হাৰ বনাই পিন্ধে। সোন বা ৰূপৰ মিহি চেপেটা পাতি সৰু গোলকৈ তৈয়াৰ কৰি এটা এটাকৈ লগ লগাই গোটাহাৰ বনাই লৈ গলত পিন্ধে। ৰূপৰ পাতি গুণাৰ দৰে তৈয়াৰ কৰি প্ৰায় ১ ছেঃমিঃ দীঘৰ বেঁকাকৈ বনাই লগ লগায। এয়া বিছাহাৰ। পেচিহাৰ গলত পেচ লগাই দি ওলমাই পিন্ধা হয়। কাঠিহাৰ মাছমৰা জালৰ দৰে। আকৃতিত অতি সৰু।

চন্দ্ৰহাৰ—এইবিধ হাৰ অৰ্ধ চন্দ্ৰাকৃতিৰ। পৰিমাণ মতে ক্ৰমে সৰুৰ পৰা ডাঙৰলৈ তিনিখন হাৰ একেলগে জোৰা লগাই ডিঙিত পিন্ধা হয়।

(খ) **হাসলি**ঃ—ডিঙিত পিন্ধা হয। এইবিধ অলংকাৰত ধাতুৰ পৰিমাণ বৌঁচ হোৱা বাবে সচৰাচৰ ৰূপৰহে বনোৱা হয। একোটা হাসলিত ৰূপ ২০ৰ পৰা ৩০ তোলা থাকে। ই ডিঙিত সোমাব পৰা ডাঙৰ ৰিং আকৃতিৰ। মাজডোখৰ শকত আৰু দুই মূৰ ক্ৰমে সৰু। তদুপৰি ঠাইভেদে প্ৰেমফাস হাৰ, ছিলহাৰ আদিও পিন্ধা হয়।

**পইচাৰ হাৰ** —ৰূপৰ কেঁচা টকা, আধুলি বা শিকিৰ ওপৰত আঙুঠা লগাই মোটা সূতাৰে বা তাগিৰে গাঁথি গলত হাৰৰ দৰে পিন্ধে।

**সূৰ্য্যমুখী হাৰ** —চেইনৰ ওপৰত ঘূৰণীযা আকাৰৰ চেপেটা ফুলৰ ওপৰত সূৰ্য্যৰ ৰশ্মিৰ দৰে গুণা কৰা থাকে।

**চন্দ্ৰহাৰ**ঃ—অৰ্দ্ধ চন্দ্ৰাকৃতিৰ হাৰ তিনি পেচ গলত পিন্ধা হয়।

**পেচিহাৰ** —গলত পেচ লগাই পিন্ধে।

**মনিহাৰ**ঃ—এই হাৰৰ ওপৰত সৰিযহৰ দৰে মণি বহুৱা থাকে।

**চিক** —ই গলৰ চাৰিও ফালে লাগি থকা একপ্ৰকাৰ চেপেটা হাৰ।

**বাহুত পিন্ধা অলঙ্কাৰ**

**কাটাবাজু**ঃ—ই আকৃতিত চেপেটা। বিশেষ নক্সাৰে বনোৱা

হয়। তাগিৰে যোৰা লগাই পিন্ধে। তলত তাগিৰ লগত ৰূপেৰে বনোৱা লাটুম ওলমি থাকে। লাটুমৰ ভিতৰ অংশ ফোপোলা। দুযো বাহুত পিন্ধে।

**অমলেট**ঃ—সুন্দৰ কামকৰা চেপেটা গহনা। প্ৰায় ৪″ মান দীঘল। পিছফালে সূতাৰে বন্ধা। সচৰাচৰ সোঁহাতৰ বাহুত পিন্ধা হয়।

**হাতত পিন্ধা** —হাতৰ গাঁঠিৰ ওপৰত শাখা, হাতীদাঁতৰ শাখা, খাৰু পালিসপাতা, চুৰি, বযলা, গামখাৰু, মুঠাখাৰু, ঝুৰিখাৰু, বাউটি কংকন পিন্ধে।

**বায়দা বা বালা** —সোনৰ বা ৰূপৰ প্ৰায় কেনা আঙুলিৰ দৰে মোটা বিভিন্ন ডিজাইনত কাম কৰা খাৰু বিশেষ। ভিতৰটো ফোপোলা।

**পালিসপাতা** —তামেৰে বনোৱা চেপেটা খাৰুৰ ওপৰ অংশত সোনৰ পাইন দিযা থাকে।

**চুৰি** —বিভিন্ন ধৰণে কাম কৰা সোনৰ বা ৰূপৰ মিহি খাৰু বিশেষ।

**মুঠাখাৰু** —প্ৰায় এমুঠি বহলৰ চেপেটা সোন বা ৰূপৰ খাৰু।

**বাউটি**ঃ—সোন বা ৰূপেৰে বিভিন্ন ধৰণে কাম কৰা খাৰু বিশেষ। ইয়াৰ মাজভাগ উঠঙা থাকে।

**কোমৰত পিন্ধা অলংকাৰ**ঃ—কোমৰত পিন্ধা অলঙ্কাৰ কোমৰৰ বেট কোৱা হয। ই একপ্ৰকাৰ ছিকল বিশেষ। সৰু সৰু গোটা আঙুঠি বা চেপেটা পাত মোৰা লগাই বনোৱা হয়।

**ঠেঙত পিন্ধা অলংকাৰ**ঃ—ঠেঙত সাধাৰণতঃ ঠেংখাৰু, বাঘখাৰু, বিছা, কড়ি, পাততাৰা আদি পিন্ধা হয।

**ঠেংখাৰু**ঃ—ৰূপেৰে বনোৱা হয়। মোটা বয়লাকৃতিৰ ভিতৰ অংশ ফোপোলা। ফোপোলা অংশত শিলৰ বা লোৰ গুটি ৰখা হয়। খোজ কাঢ়িলে বাজিবলৈ ধৰে।

**বাঘখাৰু**ঃ—ভৰিৰ ডিমালিত আটাঁক ধৰাকৈ পিন্ধা ভৰিৰ গয়না। ইয়াৰ ভিতৰটোও ফোপোলা। গুটি থাকে। খোজ

কাঢ়িলে বাজে।

কড়ি বা বিছা ঃ—ৰূপেৰে বনোৱা চেপেটা ভৰিত পিন্ধা গয়না। বিছা হাৰৰ দৰে।

ওপৰত বৰ্ণিত অলংকাৰবোৰৰ ব্যৱহাৰ গোৱালপাৰা জিলাখনত একালত বহুলভাবে আছিল। বৰ্ত্তমান আধুনিকতাৰ প্ৰভাৱত বহু সংখ্যক অলংকাৰৰ ব্যৱহাৰ লোপ পাই আহিছে। তথাপি জিলাখনৰ কৃষ্টিৰ ধাৰক আৰু বাহক ৰূপে গোৱালপৰীয়া জন-জীৱনত ওপৰ বৰ্ণিত গয়না-গাঠিবোৰ প্ৰাধান্য বিস্তাৰ কৰি থাকিব।

টোকা

| শব্দ | অৰ্থ |
|---|---|
| ১। শুট কৰিযা | সাৰি শব্দ নকৰাকৈ তৎক্ষণাত |
| ২। গৰেযা | বনাই |
| ৩। খসিযা | খহি |
| ৪। বাদে | কাৰণে |
| ৫। নাগা | লগোৱা |
| ৬। থুইয়া আইস | থৈ আহক |
| ৭। আঙুঠা | হাকোটা সৰু আঙুঠিৰ আকৃতিৰ |
| ৮। কোমৰ | কংকাল |

# দৈনন্দিন জীৱনত ব্যৱহাৰ্য্য বস্তু-সামগ্ৰী

মানৱ সভ্যতাৰ প্ৰাৰম্ভিক কালৰে পৰা মানুহে নিজৰ মৌলিক প্ৰয়োজনীয়তাসমূহ যেনে খাদ্য, বাসস্থান আৰু সাজপাৰ আদি পূৰণ কৰিবলৈ লওঁতেই তেওঁলোকৰ দৈনন্দিন জীৱনত কেতবোৰ বস্তু-সামগ্ৰী ব্যৱহাৰ কৰিছিল। মানুহৰ জ্ঞান-বুদ্ধিৰ ক্ৰমবিকাশত মানুহৰ ব্যৱহাৰ্য্য বস্তু আদিৰো পৰিবৰ্তন হবলৈ ধৰে। কালক্ৰমত খাদ্যদ্ৰব্য উৎপাদন থাকিবৰ বাবে বাসস্থান প্ৰস্তুত আৰু পিন্ধিবৰ বাবে সাজপাৰ তৈয়াৰ কৰিবলৈ লওঁতে বিভিন্ন ধৰণৰ উন্নতমানৰ সা-সজুলি ব্যৱহাৰ কৰিবলৈ ধৰে। গোৱালপৰীয়া সমাজ জীৱনো ইয়াৰ ব্যতিক্ৰম নহয়। জিলাখনৰ দৈনন্দিন সমাজ জীৱনত ব্যৱহাৰ হোৱা বস্তু-সামগ্ৰীৰ চিত্ৰ তলত দেখুওৱা হল।

খাদ্য সামগ্ৰী প্ৰস্তুত কৰাত ব্যৱহাৰ কৰে—

হাড়ী, কাৰাই, হাতা, ঢাকোন, চামুচ, পিৰিজ, গিলাচ, থালি/কাঁহী, বাটি, খন্তি নাকাৰি, ঘুটনি, গামলা, ঘটি, কেটেলি, কলসী/কলহ, ঝাড়া, চেকনি, মগ, জগ, চাটি, চেৰাগ, বালটি, ডইলন, শিলপাটা, কাদা, খোলা, মালোৱা, টেমা, বৈয়াম, বদনা, ডোল, তাৱা, চুঙা চিকিয়া, বস্তা, লটা আদি।

লোৰ সামগ্ৰী

কোদাল, খন্তা, পাচন, কাচি, বটী, দাও, কটাৰী, সতা, কুড়াল/কুঠাৰ, কৰত, বাটাল, হাতুৰা, বাইস, আগৰ, ৰেণ্ডা আদি।

বাঁহৰ সামগ্ৰী

কুলা, চালনি, টালা, পাচি, ডালা, ডুলি, টালা, সলান, বিছনি, ঝাপি/জাপি, বাউকা, ডাকুৰা আদি।

কাঠৰ সামগ্ৰী

খাট, পিৰা, টুল, চকী, মেজ, আলনা, ঢেস্কো, আলমাৰী, চন্দুক তাখ, আদি।

**খেতিৰ সামগ্ৰী**

নাঙল, জোঙাল, মৈ, হাতচাপিনি, নাঙলা/বেধা, কুশী/ দলিমাৰী, খাঁচী, গাড়ী, কাড়াইল/ঔদা আদি।

**মাছ মৰা আহিলা**

জাকৈ, খলৈ, ঝোকা/পোলো, জাল, হেঙাজাল, চিটকা/ডাফিজাল, চাকজাল, টানিজাল, দৰাজাল, বেৰজাল, বৰশী আদি।

**কাপোৰ বোৱা সজুলি**

তাঁতশাল, টাকুৰী, য'তৰ, কেৰখা, ধনাই, চেৰকী, নাটো, ঠেঙাবাৰী, গৰ্জিবাৰী বাস, গাৰী ভিৰাণি, বেচেনী, চেপাৰী, কাড়্নি কাটা মাকু, তোলাবাৰী, চালবাৰী, খোকা কাহালি আদি।

**গীত-নৃত্যত ব্যৱহাৰ হোৱা সজুলি**

আস, তাল, ঢোল, ঢাক, নাগাৰা, একতাৰা, দোতাৰা, সাৰিন্দা বেণা, চোঁৰৰ বাঁশী ( বাহী ), সানাই, শঙ্খ, শিঙা, ঘুগুৰা, মন্দিৰা, কুঁহিয়াৰে নিৰ্মিত মুখা আদি।

---

# বিয়া আৰু বিয়াগীত (১)

## ( হিন্দু প্ৰথা মতে )

অতি পুৰণি কালৰ পৰাই গোৱালপৰীয়া জনজীৱনত বিবাহ অনুষ্ঠান প্ৰচলিত আছে। বিবাহ এটা উল্লেখযোগ্য সামাজিক অনুষ্ঠান। ধৰ্মগ্ৰন্থ মতে হিন্দু সমাজত থাইকৈ আঠবিধ বিবাহৰ কথা পোৱা যায—(১) বৈদিক, (২) গান্ধৰ্ব, (৩) আসুৰিক, (৪) ৰাক্ষস, (৫) ব্ৰাহ্ম ( দেৱ-দেৱীৰ মাজত প্ৰচলিত, (৬) দৈৱ ( বৈদিক প্ৰথামতে যাগ-যজ্ঞপাতি ), (৭) স্পৰ্শ ( প্ৰথমে ব্ৰাহ্মণে বিয়া কৰাৰ পিছত কইনাক আচল দৰাক সপি দিযে ) (৮) প্ৰজাপতঃ। বৰ্তমানে শেষৰ চাৰিবিধ বিবাহ প্ৰথাৰ প্ৰচলন নাই।

(১) **বৈদিক বিবাহ:** এই বিবাহ বেদৰ নিযম অনুসৰি হোমযজ্ঞ আদিৰ নীতি-নিয়মেৰে সম্পন্ন হয। দৰা-কইনা উভয়ৰে পিতৃ-মাতৃ অ ভভাৱক বা আত্মীয-স্বজনৰ মতামত আৰু সাক্ষ্যত এই বিবাহ সম্পাদিত হয। উভয় পক্ষৰ লোক আৰু বন্ধু-বান্ধৱৰ উপস্থিতিৰে ৰভাতলাত বিযাৰ আয়োজন চলে। দৰাৰ কাপোৰৰ লগত কইনাৰ কাপোৰত নতুন কাপোৰেৰে গাঠি দিয়ে যাক 'লগন কাঠি' বোলে। এই বিবাহত এই ধৰণৰ গাঠি দিয়া হয বাবে এই বিবাহক যুৰি গাঠি' দিয়া বোলে।

(২) **গান্ধৰ্ব বিবাহ:** এই বিবাহ গন্ধৰ্ব বিলাকৰ আছিল। এজনে আনজনক ভালপাই স্বামী-স্ত্ৰী হিচাবে উভযে উভয়ক গ্ৰহণ কৰাৰ উদ্দেশ্যে মালা বদল কৰে। এই বিবাহত উভয়পক্ষৰ পিতৃ-মাতৃ, অভিভাবক বা আত্মীয়-স্বজনৰ আৱশ্যকতা দৰা-কইনাই বোধ নকৰে। নিজস্ব মতামতৰ ওপৰত এই বিবাহ সম্পন্ন হয়। সাধাৰণতঃ পূৰ্বে কোচ-ৰাজবংশী সমাজত এই বিবাহ গ্ৰহণযোগ্য নাছিল।

(৩) **আসুৰিক বিবাহ:** এই বিবাহ অসুৰৰ মাজত প্ৰচলিত আছিল। এই বিবাহত ল'ৰাই বিচৰামতে নিজস্ব পছন্দ হোৱা ছোৱালীক জোৰ পূৰ্বক ধৰিলৈ গৈ বিবাহ কৰিছিল। ইয়াত ছোৱালীৰ মতামতক উপেক্ষা কৰা হয়।

(৪) **ৰাক্ষস বিবাহ:** এইবিধ বিবাহত ৰাক্ষসবোৰে ছোৱালীক

জোৰপূৰ্বক ধৰি নি ছোৱালীৰ সৰ্বস্ব হৰণ কৰি নিজৰ বশলৈ আনে। ছোৱালীয়ে নিজৰ সৰ্বস্ব হেৰুৱাই নিৰুপায়হৈ অপহৰণ-কাৰীৰ বশলৈ আহে আৰু স্বামী বুলি গ্ৰহণ কৰে। সমাজত এই ধৰণে বলেৰে হৰণ কৰি নি ছোৱালীক বশলৈ আনি বিয়া কৰাকে ৰাক্ষস বিবাহ বোলে।

গোৱালপাৰা জিলাত প্ৰথমবিধ অৰ্থাৎ বৈদিক প্ৰথা মতে বিবাহ হয়। এই বিবাহত বৈদিক প্ৰথামতে হোম যজ্ঞ হোৱাৰ উপৰিও নৃত্য-গীতো হৈ থাকে।

গোৱালপৰীযা জনসমাজত বৈদিক প্ৰথামতে বিবাহ সম্পন্ন হোৱাৰ পূৰ্বে দৰা-কইনাই উভয়ে উভযক বা উভয়পক্ষৰ পিতৃ-মাতৃ বা অভিভাৱকে ল ৰা বা ছোৱালী চোৱাচিতা কৰি বাচনি কৰে। উভয় পক্ষই উভয়ৰ গুণাগুণ, লক্ষণ বিচাৰ কৰিহে বিবাহৰ বাবে অগ্ৰসৰ হয়।

বিবাহৰ বাবে ছোৱালী নিৰ্বাচন কৰোতে ছোৱালীৰ মাকৰ গুণাগুণ, চৰিত্ৰ আচাৰ-ব্যৱহাৰ লক্ষ্য কৰা হয়। ছোৱালীৰ মাতৃগৰাকী যদি চৰিত্ৰৱতী বা সুগুণসম্পন্না হয় তেন্তে ছোৱালী-জনীও তেনে চৰিত্ৰৰ হোৱা স্বাভাৱিক। বিবাহৰ ক্ষেত্ৰত ছোৱালী-নিৰ্বাচন কৰোতে প্ৰবাদ বাক্য মন কৰা হয এনেদৰে—

ভূই খাইস যাৰ হিঁয়া খাল
বিয়া কৰাইস যাৰ মাও ভাল ॥

*  *  *

মাটি গুণে ভিটি
মাও গুণে বেটি

*  *  *

মাও গুণে ছাও(১)
কুলা গুণে বাও

—ইত্যাদি

ছোৱালীৰ চাল-চলন, লক্ষণ আদিৰ ওপৰত বাচ বিচাৰ কৰা হয়। সাধাৰণতে যিজনী ছোৱালীৰ চকু টেৰা আৰু যিজনীয়ে খোৱাৰ দৰে খোজ কাঢ়ে তেনে ছোৱালীক বিয়া কৰালে স্বামীৰ

অকাল মৃত্যু ঘটে বুলি লোক বিশ্বাস আছে। এই বিষয়ত প্ৰবাদ বাক্য পোৱা যায়—

টেৰা চক্ষু অশ্ব গতি
আড়াই দিনত মৰে পতি

তদুপৰি ছোৱালীৰ দাঁত, চুলি, কান্ধ, কোমৰ (ক'কাল), হাত গাৰ নোম, হাতৰ আৰু ভৰিৰ আঙুলি, স্বাস্থ্য, উচ্চতা, হাঁহি, আচাৰ-ব্যৱহাৰ, চাল-চলন স্বভাব-চৰিত্ৰ আদিলৈ লক্ষ্য কৰি কোৱা হয়—

"অতি লোমা(২) অলক্ষিণী অথবা ৰোগী

উচ্চ স্বৰে কথা কয় হাসে উচ্চ হাসি
ছাইয়া বৰ্ণা বক্ৰ নাসী কোমৰ মোটা নাৰী।
হইলেও ৰাজাৰ বেটী তবু গৃহ বৈৰী।"

* * * *

আনহাতে কিছুমান গুণসম্পন্ন ছোৱালীক বিবাহৰ ক্ষেত্ৰত বিচাৰ কৰি গ্ৰহণ কৰা হয়। তেনে ক্ষেত্ৰত প্ৰবাদ আছে—

মুক্তাদাঁতী, দীঘল কোণী মুখখান হৈল পূৰ্ণ শশী
হৰিণ চকু হংস গতি যুগে যুগে জীয়ে পতি

* * * *

সুভৰু সুকেশী বালা শ্যামাঙ্গী সুশীলা
কোমৰ সৰু অল্প লোমা সুনয়নী সুদন্তা
মুক্তাতুল্য দোষহীন হইলেও কুলহীনা

* * *

আকৌ ছোৱালী বিচাৰত ৰূপতকৈ গুণৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। তেনেক্ষেত্ৰত কোৱা হয়—

ৰূপে কি কৰে
গুণে সংসাৰ তৰে

* * * *

নাৰীৰ মধ্যে হৈল তেলকালা নাৰী
গোৰাক বা পুছে কাই
ঘেগা কুঁজা নাৰী গুলায় সংসাৰ তৰে।"

গোৱালপৰীয়া জনজীৱনত দৰা-পক্ষই বিবাহৰ বেলিকা যি ধৰণৰ বাচ-বিচাৰ কৰে ছোৱালী পক্ষইয়ো ল'ৰাৰ চৰিত্ৰ, চাল-চলন, বংশ মৰ্য্যাদা স্বাস্থ্য, উপাৰ্জনক্ষম ক্ষমতা আদি লক্ষ্য কৰে। তেতিযা কয়—

"হাৰুৱা মোটা দীঘল হাতা, দেহ ভৰা ফাগুণ বায়
মুখ ফোটা ফুলেৰ হাসি তল নজৰে সদায় চায
জন্ম দিছে এমন বেটা এই দুনিয়াত কয়জন মায়।"

গোৱালপৰীয়া জনজীৱনত বিবাহৰ ক্ষেত্ৰত আলোচনাৰ বাবে এজন মধ্যস্থতাকাৰী থাকে। এইজনাৰ মধ্যস্থতাত বিবাহ সম্পৰ্কীয় সকলো কথা-বতৰা আগবাঢে। এইজন ব্যক্তিক ঘটক কোৱা হয়। কথা বতৰা মিল হলে জ্যোতিষী বা পণ্ডিতে দৰা-কইনাৰ ৰাশি চায়। ৰাশী মিলিলে ভাল-মন্দ চোৱাৰ বাবে তামোল কটাৰ ব্যৱস্থা হয। ইযাক গুৱা কাটা বোলে। গুৱা কটাই বিযাৰ শেষ সিদ্ধান্ত নহয। গুৱা কাটি দৰা বা কইনাৰ ঘৰৰ মঙ্গলামঙ্গল চোৱা হয়। যদিহে কোনো পক্ষৰ কোনো অমঙ্গল নঘটে তেন্তে গুৱা কটাৰ সাত দিন পিছত বিবাহ সম্পৰ্কে চুডান্ত আলোচনা হয। সিদিনাই কইনা পক্ষই কন্যা সম্প্ৰদানৰ বাবে দৰাপক্ষক কথা দিয়ে। ইযাক 'কথা দিয়া বা 'বাকদান কৰা বুলি কোৱা হয়। এই বাক দানৰ পিছত কোনো পক্ষই কোনো কাৰণতে কথা লৰচৰ কৰিব নোৱাৰে। কৰিলে সামাজিক প্ৰথানুযাযী দণ্ডিত হ ব লগা হয়। বাকদান কৰা দৰা-কইনাক 'বাগদত্তা দৰা কইনা কোৱা হয়। বাগদত্তা ছোৱালীক অইন দৰাই গ্ৰহণ কৰিব নোৱাৰে। কিবা কাৰণত বাগদত্তা ছোৱালী বেলেগ দবাৰ লগত গুচি যাব লগা হলে তাই সমাজত পতিতা হয। পিছত প্ৰায়শ্চিত্ত কৰিহে সমাজত স্থান লাভ কৰে। বাকদানৰ লগে লগে বিযাৰ দিন ঠিক হয। আনহাতে গুৱাকটা সাতদিনৰ ভিতৰত যদি কোনো পক্ষৰ কোনো প্ৰকাৰ অমঙ্গল ঘটে তেতিয়া সেইখন বিযা নষ্ট হয়। এই ধৰণে বিয়া নষ্ট হ'ব লগা হলে তাক বিযা পাছা বুলি কোৱা হয়।

বিয়াৰ দিন বন্দবস্ত হোৱাৰ আগদিনাখনক 'অধিবাস' বোলা হয়। সামাজিক প্ৰথানুযায়ী সেইদিনা দৰা ঘৰত "পঞ্চ-বৈৰাতী"

আৰু কইনাৰ ঘৰত যোৰ বৈৰাতী (৩) ধৰা হয়। তেওঁলোকে আনুষ্ঠানিক ভাবে কেতবোৰ মাঙ্গলিক কার্য সম্পন্ন কৰে। উৰুলি ধ্বনিৰে দৰা-কইনাক তেল-হালধী সানি গা ধুৱায়। সিদিনাৰ পৰা দৰা-কইনাক মাটি চুবলৈ দিয়া নহয়। উভয়ে পিড়ালীত উঠে। দৰা পক্ষৰ পৰা দৰাৰ মাক বা মাতৃস্থানীয়া তিৰোতা বৈৰাতীৰে সৈতে কইনা ঘৰলৈ গৈ কইনাক গা ধুওৱাৰ পিছত গযনা-গাঠি(৪)ৰে সৈতে সিন্দুৰ পিন্ধাই থৈ আহে। এই কার্যক কইনা সিওৰা বুলি কোৱা হয়। কইনা সিওৰা দিনা ভাৰ খোৱা অনুষ্ঠানো সম্পাদিত হয। দৈ, চিড়া, গুড় ফেনি(৫) কাপোৰ, তামোল পান মাছ কইনাৰ গহনা আদি ভাৰত অনা সামগ্ৰী।

অধিবাসৰ দিনাৰে পৰা বিযাক কেন্দ্ৰ কৰি নানান ধৰণৰ অনুষ্ঠান উদযাপন কৰা হয আৰু এই অনুষ্ঠানবোৰক কেন্দ্ৰ কৰি গোৱালপৰীয়া সমাজত নানা ধৰণৰ গীত-মাত পৰিবেশন কৰি অনুষ্ঠানটোক সৌষ্ঠবমুখৰ কৰি তোলা হয। বিয়াৰ প্ৰতিটো স্তৰতে বিষা নাম গোৱা হয়। বিযানাম গোৱাসকলক আযতী বোলে। বিযা উপলক্ষে নাম গাবলৈ অহা আয়তীসকলক 'নামাতী'ও কোৱা হয। এওঁলোকে বিযাৰ আৰম্ভণিৰে পৰা শেষ অনুষ্ঠানলৈকে বিষা নাম গায়। নামাতীয়ে পৌৰাণিক আৰু লৌকিক গীতসমূহ অনুষ্ঠানৰ স্তৰে স্তৰে খাপ খুৱাকৈ গাই যায়। আনহাতে আয়তী বা বৈৰাতীসকলে দৰা কইনাৰ লগতে উভযপক্ষকে বিদ্ৰূপ কৰি গীত গাই ঠাট্টা-মস্কৰা কৰি আনন্দ উপভোগ কৰে।

অধিবাসেই বিযাৰ আৰম্ভণি অনুষ্ঠান। এই অনুষ্ঠানক কেন্দ্ৰ কৰি বিয়াগীত গোৱা হয়—

"নিমন্ত্ৰণ কৰিছে ৰামে গৌতম ঋষিৰ হাতে
নামতি ঝিৰাইছে আসিয়া যজ্ঞ কলৰ তলে
সীতা ৰাম হে ৰাম।'

বিয়া এটা মাঙ্গলিক অনুষ্ঠান। এই অনুষ্ঠানত প্ৰত্যেক ক্ষেত্ৰতে শুভাশীষ হেতু আত্মীয়-স্বজন, ওচৰ চুবুৰীযাক নিমন্ত্ৰণ কৰা হৈ থাকে।

আলি ঢাকি পৰে শাৰবে শালিকা
পাথাৰ ঢাকি পৰে টিয়া

ৰবেৰ বাপ নিমন্ত্ৰণ কৰিছে
প্ৰথম বেটাৰ বিয়া।

* *

পিছত আয়তীসকলে মণ্ডপ বৰ্ণনা কৰি গীত গায়—

চাৰিফালে চাৰিডাল এ
আৰ গাৰিছে(৬) কদলি
নগুণা আওৰা(৭) সুতা এলুৱা(৮ ৰ দাৰি(৯)
চাৰিফালে চাৰি ঘাট এ
বসায় শাৰী শাৰী।

*

বিয়াত শ্ৰাদ্ধ অপৰিহাৰ্য। শ্ৰাদ্ধ নোহোৱাকৈ বিবাহ কাৰ্য সম্পন্ন নহয়। শ্ৰাদ্ধৰ কথাও উল্লেখ কৰি গীত গোৱা হয—

কালিও গেছিলুং পুৰোহিত মাগিবা
হাততে দিছেৰে পাণ
বাসীবুন নালাগে অৰে বামুণ ঠাকুৰ
কুশ বুন বিচাৰি আন।

বিয়া উপলক্ষে দৰা-কইনাক তেল চৰোৱা হয়। তেতিয়া নামাতীয়ে গায়—

যোৰা গুৱা যোৰা পাণ
পুৰোহিতে ধৰে
শ্ৰীআংঠী দিয়া বামুণ মুৰতে তুলে
ৰাম বহা পিৰা থানি, চাৰিওফালে খুৰা
তাতে বহাই তেল চৰায ৰামচন্দ্ৰ ৰাজাক।

বিয়াত নাপিতৰ ভূমিকাও আছে। নাপিতে দৰা-কইনাৰ নখ কাটে তেনে সময়ত গীত গায়—

"এ হৰি এ আম গাছেৰ পাণ
কুন গাওঁৰ নাউৱা(১০) আইছে
ডাক দিয়া আন।

কৰ পাৰি আহিল নাউৰা এ মুৰে দিল হাত
কিবা জাতি কিবা কুল নাকইল আমাক।"

আকৌ

"কুতিৰ পাৰা আহিলি নাউৰা বসিলি শিলত
তাৰাহুৰা(১১) নকৰিবি নাউৰা মৰিবি কিলত
নখ কামায় নখ কামায নখেৰ গুলাইল তেজ
ভোকে থাকে আহিলি নাউৰা ছাড়ীত খাওৰা ম্লেছ।'

...

বিষাত পানী তোলা অনুষ্ঠানো আছে। সাত সাগৰৰ পানী তুলি সেই পানীৰে দৰা কইনাক গা ধুওৰা হয়। তেনে সময়ত গোৱা হয—

পাণ্ড আযতী পাঞ্চ বৈৰাতী
পাণ্ড কুমাৰেৰ ছাটি
হৰি হৰি পাঞ্চ কুমাৰেৰ ছাটি
কুনটা কুমাৰে এই ঘট গঢ়াইছে
এই পদ্ম পুখুৰীৰ মাটি
হৰি হৰি এই পদ্ম পুখুৰীৰ মাটি।

পিছত বাসন্তী দেৱীক পূজা অৰ্চনা কৰি নামাতীসকলে গীত গায়—

বামুণ ভজিলোৰে অৰে ছায়নাৰ তলত
ৰামচন্দ্ৰ বাসন্তী পূজে ৰাইজ আছে লগত
পানীত বাঢে পানীয়া লেওৰা(১২) অৰে বাটত জ্বলে বাল্গা
ৰামচন্দ্ৰ বাসন্তি পূজে—গকুল ফুলেৰ মালা

মাতৃপূজাৰ অনুষ্ঠানত মাতৃক পূজা কৰিবলৈ যাওতে এইদৰে গায়—

লিৰু লিৰু (১৩) বাতাস খিনি এ
বাপুৰ গাৱে লাগে

কলৰ পাতত বসিয়া বাপু
মাতৃ শ্ৰাদ্ধ কৰে।

পিছত পূৰ্ব পুৰুষ সকলৰ সন্তুষ্টিৰ বাবে পৰাপিতা পূজা কৰিবৰ সময়ত নাম ধৰা হয়—

"কালা কালা তুলসী চিৰলিয়া পাত
ৰামচন্দ্ৰ গোসাই পূজে জলে দিয়া হাত
পীত বস্ত্ৰ শোভে অতি শ্যাম কলেবৰ
কমল লোচন চাৰু অৰুণ অধৰ।"

বিয়াত আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু ওচৰ চুবুৰীয়াক নিমন্ত্ৰণ কৰা হয়। তেওঁলোকে অভ্যৰ্থনা কৰিবৰ সময়ত গায়—

সবে বলে ৰামেৰ বিয়া এ আনন্দিত হিয়া
ৰাইজক মাতিয়া আইনছে তামূল পাণ দিয়া
আসিলেন্ত সকলে এ আনন্দিত মন
ৰামপ্ৰভু বহাই দিয়া আহিল বন্ধুগণ।

গধূলি পৰত দৰাক গা ধুওৱা হয়। তেতিয়া নামাতীয়ে গায়—
যজ্ঞ কলৰ তলে ৰাম চিনান(১৪) কৰে, সাত সাগৰেৰ জলে এ
সোণাৰ বাটিতে মাহ হালধী ৰূপাৰ বাটীতে তেল এ
জল দিল ঘটি দিল দৈবকী গা ধুৱায় এ

গা-ধোৱা কাৰ্য সম্পন্ন হোৱাৰ পিছত আই-বৈৰাতীসকলে 'বৰ সজোৱা কাৰ্য' আৰম্ভ কৰে। এই অনুষ্ঠানত নামাতীসকলে এইদৰে গায়—

"ছায়নাৰ তলতে ৰাম সাজন সাজে
ৰাইজ লাগিছে ছামা

বিয়াত দৰা-কইনাক বাধ্যতামূলকভাৱে মুটুক-মুৰালী পিন্ধোৱা হয়। তেতিয়া গায়—

বিচিত্র মুৰালী, বিচিত্র মুৰালী
মালীৰ বা কি নাম
কুন কাৰিকৰে মুকুট কাটিছে
ফুলে ঝকমক(১৫) কৰে—

দৰাই সাজি-কাচি বিয়াৰ উদ্দেশ্যে কইনা ঘৰলৈ ওলায়। তেতিয়া বৈৰাতীয়ে যাবৰ সময়ত বাটত গীত গায়—

দুযোফালে আটা মাজে দিয়া ঘাটা(১৬), ঠেলিলে বিশ্বাব কাটা
সাহেবে বান্ধা আলি, গকুল ফুলেৰ শাৰী, নাগেশ্ব পৰিছে
হালি এ—

কইনা ঘৰত উপস্থিত হোৱা সময়ত কইনা ঘৰত আযতী-বৈৰাতীসকলে গীত গায—

এ সীতা গিৰিজা, ৰাইজ আইছে ছোৱা / চোতালে নধৰে প্ৰজা
ধনু ভাঙা বান বসিছে সবে হৈলা দৰশন।
ডাইন হাতে দুধেৰ বাটি বাও হাতে মালা
ৰামক বৰাবা আইছে জনক ঋষিৰ বালা।

দৰা পক্ষই কইনা ঘৰত উপস্থিত হলে কইনা পক্ষৰ লোকে তেওঁলোকক বৰণ কৰি আনে। তেতিয়া বৈৰাতীযে দৰা-বৰণ গীত গায—

অ তুই বৰণ কৰিষা নেও শ্বশুৰী হে
মাকলা বাশেৰ চাইলনৰে শ্বশুৰী ধুতৰাবে
যতনে কৰিয়া নেও তোমাৰ গৌৰীৰ পতিৰে
অ' তুই বৰণ কৰিযা নে শ্বশুৰী হে।

দৰাক প্ৰথমতে শাহুৱেকে পিছত শহুৰ আৰু অন্যান্য সকলে বৰণ কৰে। ইপিনে পুৰোহিতে বেদমন্ত্ৰ পাঠ কৰে। দৰালৈ বিয়াৰ বস্ত্ৰ আগবঢ়ায় আৰু দৰাই তাক পিন্ধে। তেনে সময়ত বৈৰাতীয়ে দৰাক জোকাই গীত গায—

বৰ বাঁৰবাৰ গেনু বাইহে
তোমাৰ বৰে ৰাতিং তিঙ্গা
কোনো কালে নাই দেখং বাই
বৰে বাজায় শিঙা বাই ৰে
বৰে বাজায় শিঙা—

দৰাক বৰণ কৰাৰ পাছত দৰাক বিবাহ মণ্ডপলৈ লৈ যোৱা হয়। বৈদিক নিয়মানুকুলে কইনা উলিয়াই অনা হয়। পুৰোহিতৰ নিৰ্দেশিত কইনা সাতবাৰ বিবাহ মণ্ডপ প্ৰদক্ষিণ কৰি দৰাক স্বামীৰূপে গ্ৰহণ কৰে। তেনে সময়ত বৈৰাতীয়ে গায়—

"মাৰোৱাৰে সাত ও পাক
গৌৰী কৰে যোৰ হাত
.... ....
দুযো মুখে চাইৰো চৌখে হইল দৰশন
পাৰ্বতী দেখা কৰে শিৱেৰ চৰণ ॥

কইনাক গহনা পিন্ধোৱাৰ সময়ত বৈৰাতীয়ে গায—

কইনা ফুলেশ্বৰী এ
কইনা ফুলেৰে বৰ বৰ হাস
ৰঙীলা ফুলক লাগি অতি হাবিলাস—
.... ....
কইনা ফুলেশ্বৰী এ ।

বিয়াত ৰঙ তামচাৰ মাজেৰে উভযপক্ষই খীচা-গীত গায়। এই গীত সাধাৰণতঃ অনুষ্ঠানৰ বাহিৰৰ গীত। গীতবোৰ সাম্প্ৰতিক কালতহে ব্যৱহাৰ হোৱা দেখা যায়। ৰগৰ সৃষ্টিৰ বাবেহে এই-বোৰ গীত ৰচিত হয়। তলত এনে গীতৰ উদাহৰণ দিয়া হ'ল—

কইনাপক্ষ ঃ এ হৰি এ কলৰ তলে ছাই, কুন গাওঁৰ বৰ আইছে নাকেৰ আগাল (১৭) নাই।

দৰাপক্ষ ঃ এ হৰি এ কলৰ তলে লাফা
এমন গাওঁৰ কইনা চাইলং পাৰা খাওৱা হাপা (১৮)।

কইনা পক্ষ : এ হৰি এ খেসেৰ কালাই
কুন গাওঁৰ বৰ আইছে দেশেৰ বালাই (১১)।
দৰা পক্ষ : এ হৰি এ চোতালৰে বেং
এমন কইনা চাইলং শালিকা হেনা ঠেং
হাল বাৰীৰ ইটা
বৰ ঘৰেৰ বৈৰাতী গিলাৰ দুয়ো গালে পিঠা
.. ..

বিবাহ কাৰ্য সম্পন্ন হোৱাৰ পাছত যৌতুক তোলা হয়। যৌতুক তোলা সময়ত ব্ৰাহ্মণৰ মন্ত্ৰৰ লগতে নামাতীয়ে গায়—

হাতী দান কৰিছে, ঘোৰা দান কৰিছে
আৰু দান কৰিছে গৰু
আটালেৰ বিধান তাকো দান কৰিছে
ৰুক্মিণী সমাজেৰ সৰু।

....

কইনা উলিয়াই লোৱা সময়ত গীত গোৱা হয়—

বাইৰ হয়া দেখৰে বাবা কিসেৰ বাইজ পৰে
আগতে কইছং দয়াৰ বাবা নাথান বেচেয়া
এলা কেনে কান্দেন বাবা মাথায় হাত দিয়া

মাকে কান্দে—

"মাৱে কান্দে বাপে বুজাইছে
ৰাখিবাৰ যোগ্য মান নাই
তামোল কাটিলং কৰন্তি ভৰাইলং
ফেলাইলং বাৰীৰ প্যাছে
আৰ চাৰি বছৰ ৰাখিবাৰ নাপাইলং
মাৱৰ বুকেৰ মাজে

* * * *

পিতা-মাতা জন্মদাতা পালন হৈল শেষ
আজি বাছা ছাৰিয়া যায়ৰে আপোনাৰ দেশ

হৰি ছিঙিয়া গেইল মায়াৰ দৰি।

বিয়াৰ পিছত নামাতীয়ে অভিভাবকক আবেদন কৰি গায়—

এ হৰি এ কইনাৰ ছোট ভাই
দোলাখান সাজেয়া দেক দেশে চলিয়া যাই হো ৰাম
সাজাইছে সুন্দৰ দোলা দেখিতে সুন্দৰ হো ৰাম
দুই ফালে শোভি আছে দোলাৰ অষ্ট লোক হু ৰাম
*  *  *
নাকান্দিবি সীতাদেৱী ওচৰতে ঘৰ
কুনো চিন্তা নকৰিবি সদায় দেখা হব।

দৰা ঘৰ পোৱাৰ পিছত এইদৰে গায়—

বৰ খাতীয়া বৰ এ এত দেৰী কেনে ৰে
আইছ নাকি ভাত খাই
তোৰে মারে খাই-দাই ঘুমাইছে
আছে তোকে বাট চাই।

এ বৰ ঘৰেৰ মৰ মৰ, দেখিতে ভয়ঙ্কৰ, সান্দাবা (২০) লাগিছে ভৰ বৰাঘৰত দোলা পাল্কী আদৰত গাড়ী এ

অৰে কৌশল্যা দেৱী, আনিছং গুণেৰ নিধি
নামাৰিবা নধৰিবা নাপাৰিবা গালিৰে
ভালমন্দ নাজানিলে কৰিবা জিজ্ঞাসা
সুখ-দুখ হিত চিন্তি কৰিবা পালন।

দৰাপক্ষই কইনা লৈ আহি দৰাঘৰত পাশাখেলাৰ নিয়ম আছে। এই খেলক কেন্দ্ৰ কৰি গীত গোৱা হয়—

প্ৰথমে বিয়াৰ বৰ জুৱাতে হাৰিলি
তেওতো জনকেৰ বেটীক বিবাহ কৰিলি—
হে পাতিছে পাশাৰ শাৰী ৰাম।

—এই খেলত দৰা-কইনাক ৰজা-ৰাণীৰ ৰূপত ধৰা হয়। শেষত সকলো অনুষ্ঠান শেষ কৰি নায়াতীয়ে ক্ষমা বিচাৰি ৰাইজৰ আগত গায়—

আই কইছুং মাও কৈছুং নকৰিবা ৰাগ
কিবা যদি দোষ হয় ক্ষেমিবা আমাক।

গোৱালপৰীয়া বিয়াগীতত সামাজিক মূল্যবোধ আছে আৰু ধৰ্মীয় সংস্কৃতিৰ উজ্জ্বল দিশো ফুটি ওলাইছে। এইবোৰ দিশ সাৰ্মাৰ লোৱা বাবে গোৱালপৰীয়া বিয়াগীতৰ সমাদৰ যুগ যুগলৈ থাকিয়ে যাব।

| শব্দ | অৰ্থ |
|---|---|
| ১। ছাও | পোৱালি |
| ২। মোমা | মোম |
| ৩। বৈৰাতী | কইনাৰ লগৰী |
| ৪। গয়না-গাঠি আ-অলঙ্কাৰ | আ-অলঙ্কাৰ |
| ৫। ফোন | ফণি |
| ৬। গাৰিছে | ৰুইছে |
| ৭। আওৱা সূতা | ব্যৱহাৰ নকৰা সূতা |
| ৮। এলুৱা | উলু |
| ৯। দাৰি | ৰচি |
| ১০। নাউৱা | নাপিত |
| ১১। তাবাহুৰা | থৰথৰ |
| ১২। লেওৱা | লতা |
| ১৩। লিৰ্লিৰ্ | ৰিমৰিম |
| ১৪। চিনান | স্নান, গাধুৱা |
| ১৫। ঝকমক | চিকমিক |
| ১৬। ঘাটা | ৰাস্তা |
| ১৭। আগাল | আগ |
| ১৮। পাৰ খাওৱা হাপা | গাওঁ হাঁহ-কুকুৰাখোৱা হাপা |
| ১৯। ৰাজাই | আৱৰ্জনা |
| ২০। সান্দাৱা | সোমাবলৈ |

# বিয়া আৰু বিয়াগীত (২)

## ( মুছলমান প্ৰথা মতে )

সামাজিক বন্ধনৰ মাজত আবদ্ধ থাকি দুটা জাতি সংসাৰ জীৱনৰ সময়বোৰ পাৰ্তনিৰে পৰা যুগ যুগ ধৰি পাৰ কৰি দি আহিছে। জাতি দুটাৰ এটা হল পুৰুষ আৰু আনটো নাৰী। উভয়ৰ মিলনতে সমগ্ৰ সৃষ্টিৰে বিকাশ। তাতেই সৃষ্টিয়ে লাভ কৰে অনন্ত প্ৰসাৰতা। ইয়াৰ শেষ নাই। সৃষ্টিৰ এই অনুপম প্ৰকাশ বিশ্বৰ সৰ্বত্ৰ সমভাবে বিৰাজমান। আদিতে ইয়াৰ বিকাশ অনানুষ্ঠানিক ভাৱে সংঘটিত হৈছিল। পিছত মানুহ সমাজ পাতি বাস কৰিবলৈ লোৱাৰে পৰা সামাজিক ভাৱে বন্ধনত আবদ্ধ হবলৈ শিকিলে। লাহে লাহে গঢ় লৈ উঠিল সামাজিক অনুষ্ঠানৰ। পিছত এই অনুষ্ঠান ধৰ্মৰ সংস্পৰ্শলৈ আহিল। তেতিয়া সমাজত ধৰ্মৰ বিভিন্নতা হেতু অনুষ্ঠান সমুহতো বিভিন্নতাই গা কৰি উঠিল। পৃথিবীৰ অন্যান্য সমাজৰ দৰে ভাৰতবৰ্ষতো ইযাৰ ব্যতিক্ৰম নহল। অকল সেয়াই নহয় আমাৰ ৰাজ্যতো এনেকি আমাৰ জিলাখনতো এই ব্যৱস্থাপনা বাঁতি বল। লগে লগে সমাজত বহুতো অনুষ্ঠান প্ৰতিষ্ঠান প্ৰবৰ্তন হল। এনেবোৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ ভিতৰত বিবাহ অনুষ্ঠানটোই সমাজত প্ৰতিপত্তি লাভ কৰিলে। মানুহে সমাজ পাতি বাস কৰিবলৈ লোৱাৰে পৰা পাৰস্পাৰিক সদ্ভাৱ ঐক্য, শান্তি আৰু সম্প্ৰীতি অক্ষুণ্ণ ৰাখিবলৈ আৰু সামুহিক আনন্দ সামাজিক ভাৱে প্ৰকাশ কৰিবলৈ এনেবোৰ উৎসব অনুষ্ঠানৰ উদযাপন আৰম্ভ কৰে। উৎসৱ অনুষ্ঠানৰ ভিতৰত বিবাহ উৎসৱ আৰু ইযাৰ লগত সম্পৰ্ক থকা গীত সমুহ মন কৰিব লগীয়া।

গোৱালপাৰা জিলাত ইযাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত বিবাহ অনুষ্ঠানটোৱে এক বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। জিলাখনত বিভিন্ন জাতি আৰু গোষ্ঠীৰ ভিতৰত মুছলমান জনগোষ্টীযে এক উল্লেখযোগ্য স্থান দখল কৰিছে। বিবাহ বা বিযাৰ পথাৰখনত ধৰ্মীয় আচাৰ নীতিখিনি বাদ দিলে হিন্দু আৰু মুছলমান

সমাজত প্ৰচলিত সামাজিক ৰীতি নীতিবোৰৰ মাজত বৰ বেচি পাৰ্থক্য দেখা পোৱা নাযায়। সেয়ে গান-বাজনা, গীত মাত আদিৰ প্ৰতি ইছলাম ধৰ্মৰ কঠোৰতা প্ৰচুৰ থকা সত্ত্বেও আবহমান কালৰে পৰাই গোৱালপৰীয়া মুছলমান সমাজৰ বিয়া সবাহত বিয়াগীত আৰু নৃত্য প্ৰচলিত হৈ আহিছে। এয়া লোক সংস্কৃতি আৰু কেতবোৰ লোকাচাৰৰ সমষ্টি। এই লোকাচাৰৰ লগত এক প্ৰকাৰ গীত গোৱা হৈ থাকে—বিয়া গীত।

ভাষা, কলা, কৃষ্টি আচাৰ-ব্যৱহাৰ আদিৰ ওপৰত গোৱালপাৰা জিলাৰ মুছলমান সকলক ক্ৰমে খাৰুৱা ( খাৰ অঞ্চল বাস কৰা বাবে ) চৰুৱা ( চৰত বাস কৰা বাবে ), উজানি ( উজনিত আগৰে পৰা থকা বাবে ) বা দেশী ঘুলীয়া ( ঘুলীয়া পৰগণাত থকা বাবে ), ভাটিয়া ( ভাটি ফালৰ পৰা অহা বাবে ), নামদানীয়া, বাউসীয়া, বাইৰবন্দী, সান্দাৰ বা হুলীয়া আদি ভাগত ভাগ কৰা হয়। বিযাগীত কম বেচি পৰিমাণে সকলোৰে মাজত প্ৰচলন আছে। অৱশ্যে ভাষাগত ফালৰ পৰা সেইবোৰৰ মাজত কিছু পাৰ্থক্য আছে। ঘৰ এখনত বিয়া লাগিলে ছোৱালী, গাভৰু আৰু তিৰোতাৰ মুখৰ পৰা ওলোৱা বিয়াৰ গুণ-গুণণীযে ঘৰখন আনন্দমুখৰ কৰি তোলে।

বিয়া এটি আনন্দৰ উৎসৱ। সুখৰ উৎসৱ। মানুহে আনন্দ বা সুখ সদায় ভাল পায়। সেয়ে ধৰ্মত ইয়াৰ আদেশ নিৰ্দ্দেশ নেথাকিলেও লোকাচাৰ হিচাবে এই গীত সদায গোৱা হয়। বিয়া-সবাহত গাভৰু আৰু তিৰোতাই আনন্দত বিভোৰ হৈ বিযাগীত গায় আৰু নৃত্য কৰে।

বিয়াত ঘটকৰ ভূমিকা মন কৰিবলগীয়া। তেওঁৰ মধ্যস্থতাত হে বিয়া এখন সম্পন্ন হয। ঘটকৰ উপৰি বিয়াত 'কলধৰা' 'বৈৰাতী' আগৰাখাইতী', 'আচল দিয়তা', আদিৰ ভূমিকাও লক্ষ্য কৰা হয়। লোকাচাৰ হিচাবে বিয়া এখনত 'গুৱাকাটা', 'মাৰোৱা-বান্ধা', 'জোৰণ দিয়া', 'সিংৰাণী', 'বাসী বিয়া', 'বান্ধন', 'আঠ মঙলা' আদি অনুষ্ঠান সমূহ একাধিক্ৰমে পালন কৰা হয়। এই

সকলোবোৰতে বিয়াগীতৰ প্ৰচলন আছে। এই সকলোবোৰেই লোকাচাৰ। এই লোকাচাৰৰ লগত জড়িত উজানি বা দেশী মুছলমান সমাজত বিয়া উপলক্ষে ভিন ভিন সময়ত একো একোটি গীত গোৱা হৈ থাকে। এই গীতবোৰক এইদৰে ভাগ কৰিব পাৰি, যেনে—জোৰণৰ গীত, ঘটকৰ গীত, মাৰোৱা বান্ধা গীত, খাৰভাঙা গীত, তেল-হালধী সনা গীত, কইনা শিংৰা গীত, দৰা কইনাক গা ধুওৱা গীত, দৰাই কইনাৰ ঘৰলৈ যাত্ৰা কৰোতে গোৱা গীত, কইনা ঘৰীয়াই দৰাৰ বাবে ৰৈ থকা গীত, দৰা আদৰা গীত, কইনা উলিওৱা গীত, খীচা গীত ইত্যাদি। তলত কেইটামান উদাহৰণ ডাঙি ধৰা হ'ল।

বিয়া কৰাবৰ উদ্দেশ্যে দৰা পক্ষই কইনা জুৰে। ইয়াতে কইনা আৰু কইনাৰ মাক বাপেকৰ মনত উদয় হোৱা ভাৱ-প্ৰৱনতাক উল্লেখ কৰি গীত গায়। গীতত যথেষ্ট তাৎপৰ্য্য থাকে।

বৰ নদীৰ পাৰে পাৰে কিসেৰ বাইজন বাজে,
বাইজন তো না হয় বাবা বালিৰ জুৰণ আইসে।
দুধ ভাত খায়া ময়না নিন্দ ভালা গেইছে
কুন না মাৰেয়াৰ বেটা হাৱাই মাৰিয়া আইসে।
বন্দুকেৰ হীৰাৰে ছিৰি চমকিল ময়নাৰ গাও
সুন্দৰ ময়নাৰে বালিৰ জুৰণ আইসে।

মাক-বাপেকে জীয়েকক সৰুৰে পৰা মৰম-আদৰত ডাঙৰ-দীঘল কৰিছে। তাইক এতিয়া বিয়া দি চিৰদিনৰ বাবে ঘৰৰ পৰা উলিয়াই দিব লাগিব। বাপেকৰ মনত অপাৰ দুখ। তাকে মনত কৰি কইনাৰ মনত উদয় হব পৰা ভাব প্ৰৱনতাক গীতৰ মাজেৰে গোৱা হয়—

বাহিৰ হয়া দেখৰে বাবা কিসেৰ বাইজ পৰে।
আগতে কইছুং বাবা নাখান বেচেয়া,
এলা কেনে কানদেন বাবা মাথাত হাত দিয়া।
ময়না মুই ছাৰিয়া গেইলে মন্দিৰ হইবে খালি,

কইনা জুৰা সময়ত কইনাৰ বিষয়ে কোৱাৰ লগতে কইনাৰ দেউতাক আৰু মাকৰ কথা কৰা হয়। গীতবোৰত সামাজিক তাৎপৰ্য্য

অন্তর্নিহিত হৈ থাকে—

নাল ময়না তোৰে কাৰণে লো
সুন্দৰ ময়না তোৰে কাৰণে লো
তোক দেইখবেৰ গেছিলেম ময়না লো,
ময়না দেখিয়ে পালাইছে লো।
তোৰ বাপ জবান দিছে ভৰা সভাৰ মাজে লো
এলা কেন্তে তোৰ বাপ দেম নাদেম কৰে লো।

দৰা পক্ষই কইনা জুৰিবলৈ আহে। কইনা পক্ষই দৰা ঘৰীয়াৰ লগত ধেমালিতে দৰা পক্ষৰ লগত গীতৰ মাজেৰে চৰ্ত আৰোপ কৰে যেনিবা চৰ্ত পূৰণ কৰিলেই কইনা হাতত তুলি দিয়াত কোনো আপত্তি নাই। ইযাতে গঢ়ি উঠে দুয়োপক্ষৰ মাজত মধুৰ আন্তৰিকতা।

ঝিকো ঝিকো কৰিৰে অঞ্চলে বান্ধিযা ৰে
ষায় নীলমন গৌৰীপুৰেৰ হাটৰে, নীলমন নিলায় না।
যাইসে আমাক দিবেৰে কোমৰ ভৰা শাৰীৰে
তাৰ বিছনায় হেলিয়া দিমু গাওৰে।

—বিয়াৰ আগৰ দিনা তিৰোতাই দৰা-কইনাক উপলক্ষ কৰি ঘূৰি ঘূৰি গায়—

হাততে নালনাটি কান্ধতে ফেলেয়া ছাতিৰে,
কেৰে নাৰণ সহৰে-বাজাৰে।
যেইনা বাড়ীতে বিয়েৰে, সেইনা বাড়ীতে সাদিৰে
সেইনা বাড়ীতে যাম বা ধীৰে ধীৰে।
দেও নাৰন্দক তেলৰে দেও নাৰন্দক সেন্দুৰ ৰে
দেও নাৰন্দক একযোৰা গুৱে পাণৰে

বিয়াত সাতাসী বা ডালাৰ প্ৰচলন থাকে। অবশ্যে বৰ্ত্তমানে ইয়াৰ ব্যৱহাৰ লোপ পাই আহিছে। ডালা কিহেৰে সজাব লাগে সেইলৈ গীত গোৱা হয়—

সোণাৰ খৰম পাৱে দিয়ে কলা গাছি গাৱে
এক পোৰ বাশ পাইলেৰে মুই বিয়েৰ ডালা সাজাম।
সোণাৰ খৰম পাৱে দিয়ে কলা গাছি গাৱে

এক কান্দা কলা পাইলেৰে মুই বিষাৰ ডালা সাজাম।

বিয়াৰ আগদিনা দৰা কইনাক তেল, হালধি, খাৰ আদি সনা হয়। ইয়াক শিঙৰাণি বোলা হয়। ই বিযাৰ প্ৰাৰম্ভিক অৱস্থা —বিয়াৰ প্ৰস্তুতি। নব জীৱনলৈ প্ৰবেশৰ আগ মুহূৰ্ত। কাৰো মনত আনন্দ, কাৰো মনত বিষাদ। তেতিয়া গোৱা হয়—

ইনা আমেৰ গাছে ইনা মৌলেন মৌলেছে গো।
ডালিমেৰ গাছে শুইয়া পাখি ডাকে, সুন্দৰ ভেলোৱা গো।
ইনা সুন্দৰ ভেলোৱা পৰে লৈয়া যাবে গো।
ভেলোৱাৰ মায়েৰ পৰাণে কেমনে সইবে গো।

—দৰা-কইনাক হলদি সানি থাকোতে গোৱা হয়—

পাট মেৰা পাটি, মাটিৰ তলেৰ হলদি
চেঙৰীৰ কাঁই আছে দৰদী,
চেঙৰীৰ বইন আছে দৰদী
তাই যে মাখিৰে হলদি॥

হলদি গোন্দাযৰে বাবাৰ গাও
অত্তি আছেৰে বাবাৰ কালা নদী
দুই আনা ফেলাও বাবা যাব গায়েৰ হলদি।

আকৌ খাৰ সনা সময়ত গায় (দৰা-কইনা উভয়ৰ ক্ষেত্ৰতে)—

হাতো মৌলিয়া দেওৰে বাছা, পাৰো মৌলিযা দেওৰে বাছা
নাইগা যাউক তোৰ এনা হলদিৰ বাস।
কালি হইবে বেটাৰ বিয়ে, তুলং হলদি ডালে মূলে
কেনে হলদি তোৰ মন বেজাৰ।

দৰাই কইনাৰ ঘৰলৈ বিযা কৰিবলৈ যাব। বিয়া কৰাই যেন ঘূৰি আহে, কইনা ঘৰীযাৰ মোহত যেন আৱদ্ধ নহয়। এয়া মাকৰ মনৰ ভাব। তেতিয়া গোৱা হয়—

বিয়ে কইবেৰ যাওগো চান্দ সকালে ঘূৰিও
নিঃদয়া বেন হওয়ো চান্দ
তোমাৰ যে শাশুৰী আছে গো ?

দৰা ঘৰীয়াই কইনা ঘৰত কেতিয়াবা নিৰ্দিষ্ট সময়ত আহি

নাপায় কিবা কাৰণত পলম হয়—পলম হোৱাৰ বাবে গীত গায় ( ঠাট্টাৰ সুৰত )—

হেণ্ডাৰ গৰে গৰে ঝুৰে ঝুৰে মাটি
কেনেৰে ছুইদেৰ বেটা এত কেন আতি
গুৱাৰ গুৰে ঝুৰে ঝুৰে মাটি
কেনেৰে গৰু চোৰেৰ বেটা এত কেনে আতি

দৰাক বৰণ কৰি লৈ আহি থাকোতে ছোৱালীবোৰে গীত গায়—

ঘৰেৰ পাছে ছামানা টানাইছে
তাৰে তলে বানিয়া বসাছি
আইসো দামান মাৰোৱাৰ তলে বইস।

দৰাক মাৰোৱাৰ তলত বহুৱাই কইনা পক্ষৰ ছোৱালীবোৰে গায়—

মাৰোৱা হেলে মাৰোৱা ঢুলে
ঐনা চিয়াৰ মাৰোৱাৰ তলেৰে
কইনাৰ মাও পেখনা কৰে
বোম্বাই শাৰীৰ বাদেৰে
দেম দেম বোম্বাই শাৰী—আছে কাঞাৰ ঘৰেৰে।

দৰাই কইনাক সজাবৰ বাবে গহনা, প্ৰসাধনৰ বস্তু, কাপোৰ-কানি লৈ আহে আৰু কইনাক পিন্ধাবলৈ দিয়ে। কইনা পক্ষই ঠাট্টাৰ সুৰত উপলুঙা কৰি গীত গায়—

কইনাৰ বাদে কি আইনছেনৰে বৰু
এমুন আলতা আইনছেনৰে বৰু
সেইয়ো গাঙেৰ পানীৰে দুখিত বৰু

বিয়া এটা আনন্দৰ অনুষ্ঠান, ৰং ধেমালিৰ অনুষ্ঠান। গীতৰ মাজেৰে হাঁহি তামচা কৰি পৰস্পৰে পৰস্পৰক আপোন কৰি তোলাৰ চেষ্টা কৰে

ইচিল বিচিল চুলেৰ ছাইৰে
খুগুৰে তুলেৰে মাটি
দামানদেৰ বওনাই আইসচে
হাটুৰে তোলা ধুতি।

ইপিনে আনন্দত মতলীয়া হৈ দৰা-কইনাক উপলক্ষ কৰি ঝুমুৰ তুলি নাচি নাচি গীত গায়—

শালমাৰা সহৰেৰে নালচান।
জলফাই ঝোপা ঝোপা পৰেৰে নালচান।

পিছত ঝুমুৰ তুলি ছোৱালীবোৰে নাচি নাচি গাবলৈ ধৰে—

যায় সোনাইলে উচ্চ সৰগ দিয়া
সোনাইলে নামৰ কে।
ডাহেয়া বসামো ভৰা সবাৰ মাজে
সোনাইলে নামৰ কে।

বিয়াৰ আনন্দত বিভোৰ হৈ দৰাৰ মাক, ভায়েক, বাপেকক উদ্দেশ্য কৰি খীচা গীতো গায—

নয়া মাটিৰ কইল্যা মাগো হুলফল কৰে
নওসাৰ মাওটা চুন্নী মাগো কইল্যা চুৰি কৰে
কইনাৰ বাপটা দফাদাৰ মাগো কইল্যাৰ বিচাৰ কৰে
হালুৱা নাটিৰ ডাঙে, কইল্যা আদায় কৰে।

নৃত্যৰ লগত জড়িত তলৰ গীত ফাঁকিও কৈ আনন্দ উপভোগ কৰা হয়—

পাক ফিৰেৰে পাক ঘুৰেৰে নালচান
কুচিয়ে না পিন্ধৰে ধুতি নালচান।

কোন এক সময়ত মুছলমান সমাজত বিয়াত খোল, শানাই, শাৰিন্দা আদিৰ প্ৰচলন আছিল যদিও আজি সেইবোৰ লুপ্ত প্ৰায় হৈছে। গীতৰ মাজত সেইবোৰ থকাৰ উমান পোৱা যায়।

বাৰীৰ আগে আছৰে নালচান,
হেলানী বকুলেৰ গাছো,
সেইনা গাছো কাটিয়াৰে নালচান
বানাইলং শাৰুন্দেৰ খোলো।
কইনাৰ মায়েৰ আছেৰে নালচান,
চৌধ্য হাতি কেশৰে,
সেইনা কেশ কাটিৰে
বানাইলং শাৰুন্দেৰ তাৰ।

ঘন ঘন বাজেৰে নালচান,
ছিঁৰিয়া গেইল খাৰুন্দেৰ তাৰ।

সিপিনে কইনাই ভাবী জীৱনৰ কথা ভাবি উদ্বেগে, আনহাতে দৰা পক্ষক সমাদৰ কৰিবৰ বাবে ঘৰৰ আটায়ে ব্যস্ত থাকে। সেই পৰিবেশত গায়—

এত দৰদেৰ ময়না এহলায় বসিয়া কান্দেৰে, জুৰ ময়না
কই পৰে তোৰ মায়েৰ চৌকেৰ পানী
তোৰ মায়েৰ চৌকে দিমু ধানুৱা মৰিচেৰ গুৰা, জুৰ ময়না
কই পৰে তোৰ বাপেৰ চৌকেৰ পানী।

লাহে লাহে দৰা পক্ষই লৈ অহা জেহেৰ-কাপোৰ কইনাক পিন্ধায়। তেতিয়া পালেঙত চিৰ দিনৰ বাবে এৰিব লগা পিতৃ গৃহৰ কথা মনত কৰি বিষাদ ভৰা অন্তঃকৰণেৰে শুই থকা কইনাক উঠাই লয়—

হাজাৰ টেহাৰ সেমলাইৰে বাবাৰ পালেঙে শুইয়া নিন্দ গেইছে
উট উট সেমলাইৰে, সোণা পইৰামু সেমলাইৰ গোলাতে।

কাজী বা মোল্লাই বিয়া পঢ়োৱাৰ পিছত কইনাক সমৰ্পণ কৰিব। তেতিয়া গীত গায়—

বাহিৰ হইল বালি আগিনাত বসিয়া
হৰসিত হইল দামান বালিক দেখিয়া।

মাকে জীয়েকক বিয়া দি জীয়েকৰ পৰা চিৰদিনৰ বাবে বঞ্চিত হৈ থাকিব। এই বিষয়ে মাকে ভাবি ভাবি দুখ কৰি কান্দে—

বড় ঘৰেৰ মোকাটা, মোৰ বেটীৰ খোপাটা
মোৰ বেটীটা আয়নাৰ চটা
তাহে নিয়ে গেইল দাউদিয়াৰ বেটা—ও মোৰ মাওৰে

মাকৰ কান্দনত সহ্য কৰিব নোৱাৰা অৱস্থা হয় কইনাৰ, সেয়ে তাই কান্দে। তেতিয়া সান্ত্বনা দিওতে গায়—

বৰ ঘৰেৰ মজিয়ায় ছকো বালিৰ মাৱ বা বসিয়া কান্দে গো
চুবহো চুবহো ছকো বালি গো মাও তুমবা মুছো চৌকেৰ
পানী।

বিয়াত ছোৱালী পক্ষই দান-দাক্ষিণা কৰে। বহু সময়ত ভাল

দক্ষিণাৰ ওপৰত সন্তুষ্ট নহৈ দৰা পক্ষই সমালোচনা কৰে। তেতিয়া কইনাৰ মাকে দুখ কৰি কয়—

হাত্তী দিছুং দানে পিঠিত চইৰবেৰ কাৰণে
তেও জামাই গালি পেৰায ভৰা সবাৰ মাজে।
গাই দিছুং দানে দুধ খাবাৰ কাৰণে
তেও জামাই গালি পেৰায় ভৰা সবাৰ মাজে।

কইনা ইমান দিনে মাকৰ ওচৰত আছিল আলাসৰ লাড়ু। মাকে মৰমতে তাইক কোন কাম কৰিবলৈ দিয়া নাই। জোঁৱায়েকৰ ঘৰত গৈ কেনেকৈ সকলো কাম কৰিব তাকে ভাবি মাকে কান্দে—

অ মোৰ মাও
কেমন কৰি আগিনা সাৰিব গো
কেমন কৰি বাৰা বানিব গো
কেমন কৰি ভাত ৰান্ধিব গো অ মোৰ মাও ৰে।

বিয়াৰ পিছত কইনাক উঠাই লয়। গতি দৰা ঘৰ মুখে। কিন্তু কইনাৰ মন নেমানে। আকৌ যেন তাই বাপেকৰ ঘৰৰ পিনে ঘুৰি চাই কাবৌ কৰি গাড়ীয়ালক কয়—

আস্তে বলান গাড়ীৰে গাড়ীয়াল ধীৰে বলান গাড়ী
আৰ এক নজৰ দেখিয়া নেওঙ মুই
দবাৰ বাপেৰ বাৰী।

পিচ মুহূৰ্ত্তত শহুৰেকৰ ঘৰৰ কথা মনত কৰি কইনাৰ মন উদবাউল। নতুন ঘৰখন বা তাৰ মানুহবোৰ কেনেকুৱা, ঘৰৰ দুৰত্বই বা কিমান—এই বুলি গাড়ীয়াল কাবৌ কৰি কয়—

আৰ কত দুৰ শশুৰ বাড়ীৰে গাড়ীয়াল
কেমুন ভাসুৰ শশুৰ, শাশুৰী মায়েৰ কেমুন দয়া
কেমুন ননন্দ, দেওৰাৰে গাড়ীয়াল
আৰ কত দুৰ শশুৰ বাৰী,

কইনা ঘৰত দৰা পক্ষৰ ছোৱালী-গাভৰুহঁতে বিভিন্ন ঠাট্টা-মস্কৰাত মন কষ্ট পায়। কইনাক লৈ যাবৰ সময়ত ঠাট্টা-মস্কৰাৰ উত্তৰ দি কৈ যায়—

কুলিৰ পাণ্ডো ঝগৰ কৰে গুৱা গুৱা কৰিলো, কুলি না মোৰ কে।
ঝগৰা কৰিয়া কুলিক কৈ ৰাইখবেৰ পাইলেন গো কুলি না মোৰ কে।

দৰা ঘৰত গৈ পোৱাৰ পিছত কইনাক বৰণ কৰি লওতে গায়—

ওৰে দামানদেৰ বইন ৰে,
ঘৰ গাছা চাইলন বাতি, ৰাৰিয়া নেওৰে
সিন্নিৰ হাড়ী ছাৰেন না, সিন্নি ফুৰাব
বাউন্তেৰ খাম ছাৰেন না, বাউন্ত খৰাব
ৰে দামানদেৰ ভাউজ ৰে
ঘৰ গাছা চাইলন বাতি বাৰিয়া নেওৰে।

দৰা ঘৰত কইনাৰ লগত অহা ভিনিদেউ, নবৌ, আইতাক উদ্দেশ্য কৰি তামচাৰ সুৰত গায়—

কইনাৰে বওনাই আইসচে ডোলেৰ নাহান পেট
দুই মোন চাউলেৰে ভাত আন্দিছং তাও নাভৰে পেট
ও মাগো দেখিস তে দেখ।
কইনাৰে ভাউজী আইস চে কুলাৰ নাহান কাণ
ও মাগো দেখিস তে দেখ

কইনা ঘৰৰ পৰা পোৱা দান-দাক্ষণাক উপলক্ষ্যা কৰি দৰা পক্ষৰ গাভৰু ছোৱালীবোৰে গায়—( কইনাক উদ্দেশ্য কৰি )

নয়া ইন্দ্ৰৰ পাৰতে নয়া দেওৱা চিলেকে
কইনাৰ বাপ কইৰছেন দান এত জাল্লা জিনিস খেন
থো থো বিছনা খেন তোৰ বাপ আসি শতো কৰিবে

মুছলমান সমাজত এনে বিয়া গীত বহুতো আছে। অঞ্চল ভেদে গীতবোৰত কিছু পাৰ্থক্য দেখা পোৱা যায়। বিয়া এখনত আৰম্ভণীৰে পৰা শেষলৈকে অৰ্থাৎ 'মাৰোৱা কথাৰ পৰা 'আঠ মঙলা' লৈকে বিয়া উপলক্ষে গীতবোৰ গোৱা হৈ থাকে। গীতৰ লগে লগে বিভিন্ন ভাওত নৃত্যও পৰিবেশন কৰা হয়। ছোৱালী, গাভৰু, তিৰোতা, সকলোৱে পাকে প্ৰকাৰে এই গীতত অংশ গ্ৰহণ কৰে।

বিয়া-সবাহত নাৰীয়ে গীত গোৱা আৰু নৃত্য কৰাত বৰ আগ্ৰহী। এই সুযোগত তেওঁলোকে ধৰ্মীয় কঠোৰতাৰ পৰা কিছু পৰিমাণে মুক্ত হৈ গীত গাই আনন্দ উপভোগ কৰে। দৰাচলতে ধৰ্মৰ লগত গীতবোৰৰ কোনো সম্পৰ্ক নাই, নাইবা গীত গোৱাৰ বাবে তেনে ধৰ্মীয় আদেশ-নিৰ্দ্দেশো নাই। ই সম্পূৰ্ণ লোকাচাৰ। সামাজিক পৰম্পৰা ৰূপে আবহমান কালৰে পৰা গীতবোৰ বিয়া-সবাহত গাই অহা হৈছে। গীতবোৰৰ মাজেৰে এক সামাজিক চৰিত্ৰ ফুটি ওলায় আৰু এই চৰিত্ৰ শেষত বিশ্বজনীন চৰিত্ৰৰ বৈশিষ্টৰূপে বিকাশ হয়।

বিয়া গীতবোৰৰ মাজেৰে দুটা ভিন্ন পৰিয়াল, দুখন ভিন্ন সমাজ, দুগৰাকী নতুন বন্ধনত আবদ্ধ স্বামী-স্ত্ৰীৰ মাজত মধুৰ সম্পৰ্ক সুন্দৰ ভাবে দাঙি ধৰা হয়। নাৰী সমাজৰ ভাব-প্ৰৱণতা, সপোন-কল্পনা, সৌন্দৰ্য্যবোধ আদিৰ পৰিচয় গীতবোৰত ফুটি ওলায়। তদুপৰি ইয়াৰ মাজেৰে বিভিন্ন ৰস, উপমা অলঙ্কাৰ আদিয়ে পৰিবেশ অতিকৈ আনন্দ মুখৰ কৰি তোলে। সমাজ এখনত স'চাকৈয়ে ইয়াৰ গুৰুত্ব আৰু তাৎপৰ্য্য যথেষ্ট গভীৰ।

## টোকা :

| শব্দ | অৰ্থ |
|---|---|
| বাইজন— | বাজনা। |
| মাৰেয়া— | যি ঘৰত বিবাহ কাৰ্য্য সম্পন্ন হয় সেই ঘৰৰ গৰাকী। |
| মৰনা, বালি, ভেলোৱা — | কইনাক ৰুজোৱা শব্দ। |
| কইতৰ— | পাৰ চৰাই। |
| সেমলাই গোৰাই— | কইনাক ৰুজায়। |
| বেচে খাওয়া— | বিয়া দিয়া। |
| নালনাটি— | বঙা বৰণৰ লাঠি। |

| শব্দ | অৰ্থ |
|---|---|
| বাছা— | বেধা। |
| গাৰে— | ৰোৱে। |
| পোৰ— | বাঁহৰ দুই গাঁঠিৰ মাজৰ অংশ। |
| ইনা— | এনে। |
| কাঁই— | কোন। |
| আঁত্ত— | তাত। |
| কুঁত্ত— | কু'ত। |
| বাস— | গোন্ধ, ঘ্ৰাণ। |
| শশুৰি— | শাহু। |
| আঁতি— | ৰাতি। |
| মাৰোৱা— | বিয়া উপলক্ষে চতালত টনা ছায়মনা। |
| পেখনা— | ঠেহ পাতা। |
| বাদেৰে— | কাৰণে। |
| কাএগা— | কেএগা, মাৰোৱাৰী। |
| বৰু<br>চান্দ<br>দামান<br>নওসা<br>সালচান } — | দৰাক বুজাওঁতে ব্যৱহাৰ কৰা হয়। |
| ঘুগুৰা— | উই চিৰিঙা। |
| গইলে গইলে— | গলি গলি। |
| এহলায়— | অকলে। |
| চোকেৰ— | চকুৰ। |

| শব্দ | অৰ্থ |
|---|---|
| মোকাটা— | দুৱাৰৰ মোখা। |
| হাত্তী— | হাতী। |
| পাকো— | পক্ষ। |
| ঝগৰা— | কাজিয়া। |
| সিন্নি— | প্ৰসাদতুল্য। |
| সবা— | সভা। |
| কইল্যা— | কেৰেলা। |
| চুন্নী— | চুৰণী। |
| টেহা— | টকা। |
| জেহেৰ— | গহনা। |
| সন্দাম— | সোমাম। |
| ডুহুৰিযা— | হিয়া ধাকুৰি। |
| হেংডা— | এৰা গছ। |
| বাউন্তেৰ খাম— | ঘৰৰ মাজৰ মূল খুটি। |
| খৰাব— | বিদ্ৰোহী হব। |
| বওনাই— | ভিনিদেউ। |
| নাহান— | নিচিনা। |
| এত জাল্লা— | এই সামান্য পৰিমাণৰ। |

# কইনা ধুৱানী

অকুমাৰী ছোৱালী প্ৰথম ঋতুৱতী বা পুষ্পিতা হলে গোৱালপাৰা জিলাত অঞ্চলভেদে এক অনুষ্ঠান পাতে। এই অনুষ্ঠানক ধুৱানী উৎসৱ বুলি কোৱা হয়। ছোৱালী পুষ্পিতা হোৱাৰ তৃতীয় দিনা গণকক মাতি আনি গণনা কৰা হয়। সেইদিনা এজনী অকুমাৰী ছোৱালীয়ে চুবুৰীযা ঘৰ এখনত তিনিটা জপাত ক্ৰমে নতুন কাপোৰ গয়না-গাঠি আৰু কটাৰী আৰু তামোল পাণ ভৰাই থৈ দিয়ে। পঞ্চম দিনত আৰু দুটা জপাৰে সৈতে মুঠ পাঁচটা জপা লৈ সেই অকুমাৰী ছোৱালী জনী পুষ্পিতা হোৱা ছোৱালীৰ ঘৰলৈ আহে আৰু তাইৰ হতুৱাই ধুৱানী অনুষ্ঠান পাতে। ছোৱালী জনীক চোতালত সেই উদ্দেশ্যে পুতি থোৱা কলৰ তলত আয়তীৰ মাজত বহুৱাই তাইৰ গাত ৰীতিমত তেল-হালধি সনা হয়। পিছত তাইক গা ধুওৱা হয়। যিজনী ছোৱালীযে গা ধুৱায তাইক ধুৱতি বোলে। ধুৱতিয়ে তেতিয়া জপাৰ পৰা কাপোৰ আৰু গয়না-গাঠি উলিয়াই তাইক পিন্ধাব। তেনে সময়তে ধুৱনি অনুষ্ঠানৰ বিভিন্ন কাৰ্য্যৰ লগত সঙ্গতি ৰাখি নামতী সকলে গীত গায। এই গীত বোৰক ধুৱানী গীত বোলে। এই কইনা ধুৱানী অনুষ্ঠানক জিলাখনত অঞ্চলভেদে শান্তি হোৱা, ঝাপা দিয়া পুষ্পিতা হোৱা পাছ বিয়া বা পুনৰ বিয়া বুলি কয।

ধুৱানী উৎসৱক পাছ বিয়া বা পুনৰ বিয়া কোৱাৰ তাৎপৰ্য্য আছে। প্ৰাচীন হিন্দু প্ৰথামতে ছোৱালীক পুষ্পিতা হোৱাৰ আগতেই বিয়া দিয়া নিয়ম। এই নিয়ম ৰক্ষা কৰি ছোৱালী বিয়া দিব পৰাটো সৌভাগ্যৰ কথা বুলি হিন্দু সমাজে জ্ঞান কৰে। গোৱালপাৰা জিলাতো হিন্দু সমাজত এই নিয়ম প্ৰচলিত যদিও বৰ্তমানে ব্যতিক্ৰম ঘটিছে। সেয়ে আগৰ বিয়াখন পুষ্পিতা হোৱাৰ আগত, আৰু পাছ বিয়া বা পুনৰ বিয়াখন ছোৱালী পুষ্পিতা হোৱাৰ পাছত হয়।

ধ্ৰুৱানী অনুষ্ঠানত নামতী সকলে গীত গাবৰ সময়ত ছোৱালী-জনীক সীতা-ৰুক্মিণীৰ লগত তুলনা কৰি গীত গায়। তলত কেইটামান ধ্ৰুৱানী গীতৰ নমুনা দিয়া হল।

১। যজ্ঞৰ কলৰ তলে
সীতা চিনান(১) কৰে
সাত সাগৰেৰে জলে
নৰকতে পৰি আছিলি ৰুক্মিণী
জলে সে উদ্ধাৰ কৰে।

২। মাওৰ নাম সীতাদেবী
পিতা ৰঘুনাথ
আৰোৰ(২) কোলাত পৰিপৰি
বাঢ়েয়া দিছে হাত।

৩। দশৰথেৰ পাছিলাতে(৩)
হেলিযা পৰে কল
কলসি(৪) কলসি ঢালে
যমুনাৰে জল

ৰাধানাম তুমাৰ বাঁশীত
কায়(৫) দিল কয়া(৬)
কত দিন থাকিম মুই
কলঙ্কিনী হয়া

কইনাৰ হাতে মোহন বাঁশী
বাঁশী অনুপম
কিমতে জানিলা বাঁশী
ৰাধা মোৰ নাম।

গা ধুই উঠিয়া মাৱকে পুজিলি(৭)
কি কাপোৰ পিন্ধুৰে মুই
সুতাৰো নালাগে, মুগাৰো নালাগে
গোৱালপাৰাৰ শাৰীকে লাগে।

৪। কলৰ শাৰী শাৰী
মধ্যে ফুলেৰ বাৰী

এই সে সীতাৰ বাৰী।
আহে সীতাদেবী
জনকেৰ জীয়াৰী
আজি শুভ দিন হয়া
আজি সীতাৰ ঘৰে
ভাল যজ্ঞ কৰে
জোখাৰ পৰে ঘণে ঘণে।

## টোকা ঃ

| শব্দ | অর্থ |
|---|---|
| ১। চিনান— | স্নান গা ধোৱা |
| ২। আকো— | আইডা |
| ৩। পাছিলা— | পিছফালে |
| ৪। কলাসি— | কলহ |
| ৫। কায়— | কোন |
| ৬। কয়া — | কৈ |
| ৭। পুঞ্জিলি— | পুজিলি |

# আমতী

গোৱালপৰীয়া লোকাচাৰ সমূহৰ ভিতৰত আমতীয়ো এক অন্যতম উৎসৱ। ঠাই বিশেষে ইয়াক আমেতী, অম্বুবাচী বা সাঠ বুলিও কয়। নাৰী যিদৰে ঋতুমতী হয় ঠিক সেইদৰে মাতৃস্বৰূপা পৃথিবীয়ো ঋতুমতী হয় ই এক লোকবিশ্বাস। ইয়াৰ ভিত্তিতে আহাৰ মাহৰ সাতদিন পিছত অই আমতী উৎসৱ পালন কৰা হয়। নাৰী এগৰাকীৰ দৰে পৃথিৱীখনিয়ো চাৰিদিন অশুদ্ধ হৈ থাকে বুলি কৰি হিন্দু সমাজত যি কোনো মাঙ্গলিক কৰ্মৰ পৰা বিৰত থকা হয়। এই কেইদিন হাল বোৱা, কৰ মৰা, মাটি খন্দা আদি কাম কৰা নিষেধ। তদুপৰি এই কেইদিন পূজা-পাৰ্বণ কাৰ্য্যও বন্ধ থাকে। বিধবা সকলে ফলমূল খাই দিন কটায়। যি সকল সধবা তেওঁলোকে ব্ৰতপালন কৰে। চাৰিদিনৰ পিছত আমতী চুৱা শেষ হয় আৰু পঞ্চম দিনাখনত শুদ্ধি হয়। শুদ্ধিৰ দিনাখন ৰান্ধনী ঘৰ সাৰি মুচি পবিত্ৰ কৰি লোৱা হয়। সেইদিনা শক্তিপীঠ নাইবা দেৱীপূজাৰ থান সমূহত আমতী উৎসৱ পালন কৰা হয়।

## মুঠি নেওৱা আৰু গছা দেওৱা

আহুধান সিচিবলৈ প্ৰথম মুঠিধান নিয়তে আৰু শালিধানৰ প্ৰথম গছা দিয়তে মুঠি নেওৱা আৰু গছা দেৱো আচাৰ পালন কৰাটো গোৱালপৰীয়া সমাজ ব্যৱস্থাত প্ৰত্যক্ষ কৰিব পাৰি। যি গৰাকী ব্যক্তি মুঠি নিব নাইবা গছা দিব তেওঁ ৰাতিপুৱা উঠিয়ে গাধুই লব আৰু পাক পবিত্ৰ হৈ একো আহাৰ নকৰাকৈ পবিত্ৰ বস্ত্ৰ পৰিধান কৰি কাৰো লগত কথা-বতৰা নেপাতি দোন এটাত ধানৰ বিধান পৰিস্কাৰ কাপোৰেৰে ঢাকিলৈ নাইবা এ মুঠি ধানৰ গছালৈ পথাৰলৈ যাব। তেওঁ শুদ্ধ আৰু পবিত্ৰ অন্তঃকৰণেৰে খেতি পথাৰৰ এটা কোণত আঠুলৈ এমুটি ধান সিচাদি মাটিৰে ঢাকি দিব সেইদৰে শালি পথাৰৰ এটা কোণত কেইগছি মান ধান বোকাত

গুজি দিব। পিছত ঘৰলৈ উভতি আহি আহাৰ কৰিব। সেইদিনা গোটেই দিন পবিত্ৰ ভাবত দিন অতিবাহিত কৰিব। মাঙ্গলিক কৰ্মহেতু কোন কোন ঠাইত মুঠি নিয়তে বা গছা দিয়তে উৰ্বৰতাৰ বাবে লগতে পুঠি মাছলৈ যোৱাৰ নিযমো পালে। হিন্দু সমাজত মুঠি নেওৱা আৰু গছা দেওৱাত মা লক্ষ্মীক ভক্তি সহকাৰে আৰাধনা কৰাৰ ৰীতি প্ৰচলিত আছে।

## নয়া খাওৱা

নয়া খাওৱা বা ন-খোৱা উৎসৱ ভাৰতবৰ্ষৰ কৃষিজীৱী লোক সমাজত অতি পুৰাণি কালৰ পা চলি আহিছে। এই উৎসৱ একপ্ৰকাৰ সৰ্বভাৰতীয় উৎসৱ। অসমৰ ৰাজ্যৰ অন্যান্য প্ৰান্তৰ দৰে গোৱালপাৰা জিলাতো নযা খাওৱ আচাৰ আৱহমান কালৰে পৰা প্ৰচলিত হৈ আহিছে। এই আচাৰ জিলাখনত এটা আনন্দ-দাযক কৃষি উৎসৱ। বছৰেকৰ দুটা প্ৰধান ঋতুত এই উৎসৱ ঘৰে ঘৰে পতা হয। এই উৎসৱৰ নিৰ্দিষ্ট কোনো দিন-বাৰ নাই। সাধাৰণতঃ জেট-আহাৰ মাহত আহুধান আৰু আঘোণ মাহত শালিধান কটা হয়। ধান কটাৰ পিছত শুভ দিন বাৰ চাই ঘৰত এই উৎসৱ পালনত ব্যৱস্থা কৰা হয়। সিদিনা নতুন ধানৰ চাউলেৰে ভাত ৰান্ধি বন্ধু-বান্ধৱ, আত্মীয স্বজনক নিমন্ত্ৰণ কৰি সকলোৱে খাই আনন্দ লাভ কৰে।

নয়া খোৱাৰ দিনা দিনৰ আগ ভাগতে ভঁৰালঘৰ মচি কাচি চাফ-চিকুণ কৰি লোৱা হয। কোনো কোনো ঘৰত দুপৰীয়া চোতালৰ তুলসীৰ গুৰিত চাকি নৈবেদ্যৰ সৈতে এটা দোণত নতুন ধান ৰাখি মা লক্ষ্মীক ভক্তিভাৱেৰে সেৱা আগবঢ়ায়। পিছত দোণৰ পৰা তিনি আঁজলি ধান ভঁৰালত থৈ দিয়ে। তাৰ পিছত তুলসীৰ গুৰিত ৰখা নৈবেদ্যৰ প্ৰসাদ, নতুন ধানৰ আহাৰ ভগাই খায়। সেই দিনা গুৰু-ভকতক উদ্দেশ্যি নতুন চাউলৰ পিঠাপনা আগবঢ়ায়। পিছত কৃষিজীৱী লোক সকলোৱে মিলি আহাৰ কৰে। কোনো ঠাইত সেইদিনা নবান্নৰে শিৱ ঠাকুৰক ভোগ দিয়া হয়।

মুছলমান সমাজত নয়া খোৱাৰ দিনাখন ৰাতিপুৱাৰে পৰা ঘৰখন মুচি-লোপি চাক-চিকুণ কৰি লয় আৰু নতুন ধানৰ চাউলেৰে চিৰ্ণি [1] বনাই মচজিদত দিয়ে। মচজিদৰ মুছল্লীয়ে[2] নামাজত শেষত দোৱা কৰি চিৰ্ণি খায়। ঘৰখনতো আত্মীয়-স্বজন ওচৰ-চুবুৰীয়া বন্ধু বান্ধৱ আদিক নিমন্ত্ৰণ কৰি আনি আহাৰ কৰায়।

---

## টোকা

১। চিৰ্ণি—আল্লাহক উদ্দেশ্য কৰি আগবঢ়োৱা খাদ্য।

২। মুছল্লী—নামাজৰ উদ্দেশ্যে যোগদান কৰা ব্যক্তি।

# গোৱালপৰীয়া লোক-সাহিত্যত

## ফকৰা-যোজনা

গোৱালপৰীয়া ফকৰা-যোজনা দূৰ অতীতৰ পৰাই গোৱাল-পৰীয়া লোক-সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰি আহিছে। লোক-সাহিত্যৰ অঙ্গস্বৰূপ জনজীৱনত প্ৰচলিত ফকৰা যোজনা-বোৰৰ লগতে প্ৰবচন বা প্ৰবাদবাক্য আৰু নীতিবচনৰ ব্যৱহাৰ গোৱালপৰীয়া লোক-সাহিত্যত নুই কৰিব নোৱাৰি। গোৱাল-পৰীয়া সাহিত্যৰ ভৰাঁল এইবোৰৰে সমৃদ্ধিশালী হৈ আছে।

ফকৰা শব্দটো ফিকৰাৰ পৰা উদ্ভৱ হৈছে। হেমকোষত ইয়াৰ উল্লেখ আছে। ইয়াৰ অৰ্থনীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখুৱা দুই বা অধিক ফাঁকি কথা। অইন অইন ভাষাৰ দৰে গোৱালপৰীয়া বা দেশী ভাষাত এনে ফকৰা বিদ্যমান। মনৰ ভাব বা কথাৰ দীঘলীয়া বৰ্ণনা বা আলোচনাক সংকুচিত কৰি পৰিস্থিতিৰ লগত খাপ খুৱাই উপমাৰ যোগেদি তৎক্ষণাৎ এনে অলংকাৰ সমূহ ব্যক্ত কৰা হৈ থাকে। ডাকৰ বচন বা খনাৰ বচন বোৰো ফকৰা-যোজনাৰ দৰে। এইবোৰৰ প্ৰযোগ জনসমাজত বহুল। ইয়াত নীতি নিয়ম বা নীতি বচনৰ মূল্যবান চিত্ৰ অন্তৰ্নিহিত হৈ থাকে। গাৱঁলীয়া জনসমাজত ফকৰা-যোজনা এসময়ত সমাদৰ লাভ কৰিছিল। আধুনিক শিক্ষাৰ প্ৰভাৱত এইবোৰ কিছু পৰিমাণে লোপ পোৱাৰ দৰে হৈছে। হয়তো এইবোৰ সংৰক্ষিত কৰি ৰখাৰ ব্যৱস্থা কৰিব নোৱাৰিলে সময়ৰ সোঁতত লীণ হৈ যাব। কিন্তু ভাষা সমৃদ্ধশালী কৰি তোলাত ফকৰা-যোজনাবোৰৰ অৰিহণা কোনো গুণে কম নহয়। গোৱাল পাৰা জিলাৰ চুকে কোনে লোকৰ মুখে বাগৰি থকা অনেক অলেখ ফকৰা যোজনা আছে। সেইবোৰ আজিও অনাদৃত অৱস্থা-তেই ৰৈ আছে। সেইবোৰ বিজ্ঞানসম্মত ভাবে বুটলি আনিব পাৰিলে ভাষা চহকী কৰি তোলাত অধিক সহায়ক হৈ উঠিব।

দৈনন্দিন জীৱনত প্ৰতিফলিত হোৱা চাল-চলন আচাৰ-ব্যৱহাৰ, ৰীতিনীতি সকলো দিশত আদৰ্শৰ চানেকি স্বৰূপ ফকৰা-যোজনাবোৰ উচ্চস্থান অধিকাৰ কৰি থকা লক্ষ্য কৰা যায়।

গোৱালপৰীয়া ফকৰা-যোজনাবোৰৰ স্বকীয়া বৈশিষ্ট্য আছে। ই পৰিবেশ সাপেক্ষে স্বতঃস্ফূৰ্তভাবে আত্মপ্ৰকাশ কৰে। ইবোৰ অলিখিত। মুখে মুখে বাগৰি অহা প্ৰবাদ-বচন। ইবোৰ সদায় ৰসাল আৰু সজীৱ। জনসমাজত ব্যক্তিয়ে অগণন ঘাত প্ৰতি-ঘাতৰ মাজেৰে পোৱা অভিজ্ঞতাৰ ফলশ্ৰুতিত ফকৰা যোজনা-বোৰৰ সৃষ্টি হৈছে। ইবোৰ নিভাঁজ থলুৱা শব্দেৰে গঠিত। থলুৱা লোকৰ ধ্যান-ধাৰণা, চিন্তা, অনুভূতি আদিৰ লগত ইবোৰৰ সম্পৰ্ক অতি নিবিড়। ইবোৰৰ প্ৰকৃত ৰচক বা ৰচনাকাল সম্পৰ্কে কোনো স্পষ্ট নথি পোৱা নাযায়। এইবোৰৰ ৰচনাত কোনো নিৰ্দিষ্ট উদ্দেশ্য বা লক্ষ্য বিৰাজমান। ইবোৰৰ মাজত একোটি গল্প বা সাধু অন্তৰ্নিহিত হৈ থাকে। ব্যাখ্যাৰ জৰিয়তে একোটি ফকৰাৰে একোটি ডাঙৰ কাহিনী সৃষ্টি হয়।

গোৱালপৰীয়া জনজীৱনত ফকৰা-যোজনাৰ প্ৰচলন প্ৰাচীন আৰু জনসাধাৰণৰ মাজত ব্যাপকৰূপে ধাৰণ কৰি সৰ্বত্ৰ সিচঁৰিত হৈ আছে। তাৰ মাজৰ পৰাই তলত উল্লেখ কৰা ফকৰা-যোজনা কেইটা বুটলি অনা হৈছে।

—নিজৰ দোষ ঢাকি আনৰ গাত দোষ চপাই দিয়াৰ ক্ষেত্ৰত কোৱা হয়—

(১) এচায় নেন্দে[১] পেঁচা
স্বৰ্গে নেন্দে তাৰা
নিজে হইল ভাকুৰা গালিঙ
ভাতাৰক[২] কয় টেৰা।

গহীন-গম্ভীৰ চৰিত্ৰ সু-নাৰীৰ লক্ষণ।

(২) মেটেক মুটুক নাৰী
নাপায় সাৰি
চলক বলক নাৰী
বদ কেলেংকেৰ ভাৰী

বহু টাকা পইচা খৰচ কৰি বিয়া কৰাই কুৎচিত কইনা অনাত ঃ

(৩) হাজাৰ টাকাৰ থালটি
কইনা হইল কালটি।

ধন থাকিলে সকলোৱে ডাঙৰ কাম কৰিব পাৰে।

(৪) টাকায় কৰে কাম
মিছাত মৰ্দেৰ নাম।

কম পইচাৰ মানুহে নিম্নমানৰ বস্তু কিনে

(৫) অল্প পইচা যাৰ
ঘেগা বাইগন তাৰ

লোকক হিংসা কৰিলে নিজৰে ক্ষতি হয়

(৬) পৰহিংসা আপোন ক্ষয়

মাক-দেউতাক ভাল-হলে ল'ৰা-ছোৱালীও ভাল হয়

(৭) বাপ ভালা তাৰ বেটা ভালা
মাও ভালা তাৰ জী
গাই ভালা তাৰ বাছুৰ[৮] ভালা
দুধ ভালা তাৰ ঘি।

প্ৰথম পুত্ৰই যি পথ লয় বাকীবোৰ সেই পথেই লয

(৯) আগাহাল যেদি যায
পাচা হালো সেদি যায়

খোৱা-লোৱাত বেছি বাচ-বিচাৰ কৰিব নেলাগে—

(১০) হাবৰে জাবৰে খায়
ভীমেৰ বল পায়
বাছিয়া কুছিয়া খায়
টুন টুনা[৫] যায়।

লোকে প্ৰশংসা কৰিলেহে আচল কথা ওলায়

(১১) মায়ে বাখনায়[৬] জী
গোৱালে বাখনায় ঘী
পাৰাৰ পৰসী বাখনাই
তবে সে বাপেৰ বেটী।

চৰিত্ৰ নষ্ট হলে ঘূৰাই পাব নোৱাৰি—

(১২) যে নাৰীৰ কলংক হয়
ডুব দিলে কি ধোৱা যায়।

হাতৰ মুঠি ঠিকে থাকিলে কোনেও একো কৰিব নোৱাৰে।।

(১৩) শক্ত থাকে যদি হাতেৰ মুঠা
কি কৰিব পাৰে পৰাৰ বেটা।

বিয়া কৰাব হলে মাকৰ চৰিত্ৰ চাব লাগে

(১৪) ভুঁই খাবি হিযা খাল
বিয়া কৰাবি যাৰ মাও ভাল।

যাৰ যি স্বভাৱ সি থাকিয়ে যায়—

(১৫) "এণ্ডাৰ ধূলেও বগা নহয়"

(১৬) "বান্দৰ বুঢা হইলেও গাছত চৰে"

(১৭) কাউৱাৰ[৭] ভাসাত কুলিৰ ছাও[৮]
জাত স্বভাৱে কৰে ৰাও[৯]।

(১৮) ছাগলে কি নাখায
পাগলে কি নাকয

(১৯) সৎ সঙ্গে স্বৰ্গবাস
অসৎ সঙ্গে নৰক বাস

এবাৰ ঠগ খালে দ্বিতীয় বাৰলৈ ভয় হয়

(২০) ঘৰ পোৰা গৰু
আগুন দেইখলে চমকে

অন্যায় এবাৰহে সহিব পাৰি—

(২১) বেলেৰ তল দিযা নাৰীয়া[১০] একবাৰেই যায়।"

অন্যায় কৰিলে সামান্যতেই ভয়—

(২২) চোৰেৰ মন পুলিশ পুলিশ

কাম কৰাৰ আগত সদায় চিন্তা কৰিব লাগে—

(২৩) ভাবিয়া চিন্তিয়া কৰা কাজ
হাৰিলে-জিতিলে নাই লাজ।

জীৱনত জয়-পৰাজয় আছেই—

(২৪) "হাৰ জিত সংসাৰ"

কাকো হেয়জ্ঞান কৰিব নেপায়, সি এদিন ডাঙৰ হব পাৰে—

(২৫) মানসিক নাকই'স শিয়ানি ভেল্টা
গৰুক নাকইস নেগুৰ ভোমৰা[11]

সৰু লোকে ডাঙৰ পদ পালে অহংকাৰী হয়

(২৬) অল্প লোকেৰ চাওৱা খানিক বিষয় পায়
তেঁৰিয়া কৰি সীতা কাৰি হেমাৰ[12] দিকে চায়।

(২৭) ছোট ঘৰেৰ ছাওয়া আসি বৰ ঘৰত পৰিল
পস্তাৰ[13] থালি ধৰি দোৰা-দৌৰীত পৰিল।

যৌবন কালত ল'ৰাৰ দৰে ছোৱালীয়েও নানা কৌশল কৰি সঙ্গী বিচাৰে—

(২৮) গাবুৰ[14] বয়সেৰ বেলা
হাতীক কৰায় গাইতল কোলা

একাধিক তিৰি থাকিলে সমস্যা নুগুচে

(২৯) এক তিৰিয়া হুকুৰ হুকুৰ
দুই তিৰিযা কাইগুাৰ[15] কুকুৰ
তিন তিৰিয়াৰ মাথাত হাত
চাইৰ তিৰিয়া খুজিয়া নাপায় ভাত

সদায় জ্ঞানীৰ লগত থাকিব লাগে, মূৰ্খৰ লগত বাস কৰিলে বিপদত পৰিব লগীয়া হয়।

(৩০) পাঁচ পণ্ডিতেৰ সাথে নাই
পাতালত দুখ
শ মূৰ্খেৰ সাথে নাই
স্বৰ্গে গেইলে সুখ।

ডাঙৰে যুজে সৰুই মৰে—

(৩১) ভইসে[16] ভইসে যুঁজ কৰে
নল-খাগৰাৰ মৰণ

লোকৰ আশা কৰিব নেলাগে—

(৩২) পৰাৰ আশা কৰে যাই
নিত্যে উপাস[17] থাটে তাঁই।

পাপৰ কথা সকলোৱে জানে

(৩৩) মনে জানে পাপ
মায়ে জানে বাপ

নিজৰ ভালৰ বাবে নিজেই কৰিব লাগে

(৩৪) ঝাকে ঝাকে পংখী পৰে
যাৰ যাৰ আহাৰ তাঁই তাঁই কৰে।

পৰিমিত ভোজন স্বাস্থ্যৰ বাবে উত্তম—

(৩৫) উনা[১৮] ভাতে দুনা বল
অধিক ভাতে ৰসাতল।

কাৰিকৰ দেখিলেহে কাম কৰিবলৈ মন যোৱা

(৩৬) বাটত পাইলুং কামাৰ
দাও গৰেয়া[১৯] দে আমাৰ

এনে প্ৰবাদ বচন জিলাখনৰ বিভিন্ন চুকে কোনে পৰি আছে। তাৰে কিছুমান তলত উল্লেখ কৰা হ'ল-

(১) দশেৰ নাটি[২০]
একেৰ বোজা

(২) দশেৰ[২১] নাও শুকান দিযাও যায

(৩) বেশি উচা না হইস বাতাশে[২২] ঠালাব[২৩]
বেশি শেও[২৪] না হইস বেঙে ভেমাব।[২৫]

(৪) জাগাৰ ঠাকুৰ
ভিনদেশেৰ কুকুৰ

(৫ নাচন নাজানে
আগিনা[২৬] হেটা

(৬) যদি থাকে নসিবে
আপন হৈতে আসিবে।

(৭) উচিত কথাত গুষ্টি[২৭] বেজাৰ

(৮) উপৰত ছেপ[২৮] ছিটাইলে গাওতে পৰে

(৯) যেই মামা সেই মামী
মিছাত থাকি টানা টানি।

(১০) গুয়া খায়া নাখায় চুণ
সেই গুয়াৰ কিবা গুণ

(১১) হাউসে বিদ্যা কিৰপিলে[২৯] ধন

(১২) যাৰ নাই থান
তাৰ নাই মান

(১৩) ঘিৰিলে বিৰিলে বাৰী
পিন্ধিলে উৰিলে নাৰী

(১৪) হাপায় আনিল তিৰি
বোন্দা হৃইল গিৰি

(১৫) শক্তি ইচ্ছায় ভক্তি ।

(১৬) জোকৰ মুখত চুণ ( বা খাৰ )

(১৭) পৰাৰ উপৰ খায়
ভাটীয়া নাৱত যায় ।

(১৮) না হোৱাত নাতি ভাতাৰ
নাতিক নিয়া গাং সাতাৰ

(১৯) ঘৰ নাথোৱা তিৰিৰ
নানান কথা ।

(২০) ঝৰ[৩০] গেইলে ঝাপি
বৰ গেইলে বিয়ে

(২১) ত্রিসে বিদ্যা চল্লিশে ধন
তা নাহইলে ঠন ঠন ।

(২২) খেতিৰ কোনা
বাণিজ্যেৰ সোনা

(২৩) দিন গেইল আসে
কি কৰে ঘন চাসে

(২৪) ছাওৱাক নাদিবি লাই
কুত্তাক নাদিবি ঠাই

(২৫) এক হয় পৰত
আৰ এক হয় চৰত

(২৬) ভাগ্যে আছে হাড়
কি কৰিব চাচা সাগিদাৰ[৩১]

(২৭) সবুৰে মেওৱা ফলে

(২৮) ভাগ্যে নাৰী, ভাগ্যে দাৰী
ভাগ্যে পান শুপাৰীৰ বাৰী

(২৯) আমে ধান, কাঠলে বান

(৩০) আগে বান্ধেক আলি
তাহলে পাবি শালি

(৩১) গৰু আলসিয়া[৩২] পানী খায়
মানুষ আলসিয়া হাইগবাৰ যায়।

(৩২) যাক নালাগে কাজত
তাক থ বাৰীৰ মাজত

(৩৩) তিৰী লয় গিৰী
তিৰী লয়যা যায হৰ্তাচাঁৰ।

(৩৪) হাতী পাদিব, হাতী পাদিব, ফুচ্

(৩৫) চেংৰা চেংৰী পাত কাথা
কথায় প্ৰতি ওলা-হসা

(৩৬) বুঢ়া-বুঢ়ী পাতে কাথা
ঘুগু[৩৩] হেনা[৩৪] লৰায় মাথা

(৩৭) ভাং ভাজিবাৰ খোলা নাই
বগৰী কোন্দলা[৩৫] কোন্দলা

(৩৮) যায় কৰে পাপ,
অয হয আঠাৰো ছাওৱাৰ বাপ

(৩৯) ভাগুৱা[৩৬] হাল, ফাৰা[৩৭] জাল

(৪০) যত কয় চাপুৰ চাপুৰ
অতয় দাঙে গাণ্ঠীৰ কাপুৰ।

(৪১) যদিও হয খাৰেৰ শাক
তাতে আছে পাক ঝাক

(৪২) হলদি মসলা দেক বাটি
নুন নাহইলে সবে মাটি

(৪৩) লাখ টাকাৰ হাসে খাইছে
অক নাইকৰং আশা

হাতী হেনা দেওৱা মইৰছে
খেংটিয়া ভাতাৰক আশা।

(৪৪) চাকৰীৰ ভাত
মাথাত হাত

(৪৫) নাহোৱাৰ ঘৰত হৈছে নাতি
কাণ ফৰকাইছে উপৰ কাতি[৩৮]

(৪৬) নাউবা[৩৯] দেইখলে নখনি বাঢ়ে
বেজী দেইখলে কাপড়ৰ ফাৰে।

(৪৭) কামাৰেৰ ঘৰত ভাঙা দাও
বৈদ্যেৰ ঘৰত কাশদলি[৪০] মাব।

(৪৮) যেদিনা হব দিন ভাৰী
কদালে কাটে টিটকাৰী

(৪৯) যেদিনা হয় দিন ভাল
বিলাইয়ো বায় হাল।

(৫০) নামত গগন ফাটে
হাড়ীৰ ভাত কুত্তায় চাটে।

(৫১) বাৰ হাত বাঙীৰ তেৰ হাত বিচি।[৪১]

(৫২) অতি চালাকেৰ গলায় দৰী

(৫৩) যেই সইৰসা[৪২] দিয়া ভূত খেদাবি
অই সইৰসাতে ভূত।

(৫৪) মাইনলে ধান
নামাইনলে পাতান।

(৫৫) সাত ভাই যাৰ
কুশিয়াৰ[৪৩] খেতি তাৰ

(৫৬) আছে গৰু নাবায় হাল
তাৰ দুখ সৰ্বকাল।

(৫৭) যাৰ নাই মাও
তাৰ নাই ভাও[৪৪]

(৫৮) কৰিয়া কাম গাড়িয়া নাম

৫৯) আশাময় সংসাৰ

(৬০) অভাবে স্বভাব নষ্ট

(৬১) এক তালে নাবাজে

(৬২) সাবধানেৰ মৰণ নাই

(৬৩) উচিত কথাত গুণ্টি বেজাৰ

(৬৪) আগা জানি বান্ধে আলি
তায় খায় নানান শালি

(৬৫) গৰুক নাকবি লেটু ভোঁৰৰা
ছাওৱাক নাকবি শিয়ান আজলা

(৬৬) দাঁতত শাল কুঠাৰত শিল
মাসে পক্ষে তিৰীক কিল

(৬৭) পৰাৰ কথা নাশুনিবি
বাটত নাঙল নাচাচিবি

(৬৮) নিজ বুদ্ধিত ৰাজা
পৰ বুদ্ধিত ফকিৰ

(৬৯) অল্প অৰ্জন অধিক ভোজন
সেই পুৰুষেৰ দাৰিদ্ৰ লক্ষণ

(৭০) শিকাৰেৰ[৪৫] থা খটিয়া
মাছেৰ থা বটিযা।

(৭১) ভালুকেৰ হাতত কোদাল

(৭২) কানা খোৰা ভেঙুৰ[৪৬]
সাত হাৰামাৰ নেঙুৰ[৪৭]

(৭৩) ঘৰ নষ্ট কৰে বুঢ়ী
পেট নষ্ট কৰে মুৰি

(৭৪) ফাই[৪৮] মাছত বগুলা[৪৯] কানা

(৭৫) পাঠাক দেখি পাঠী হাসে
থাক থাক পাঠী
তোৰো দিন আছে।

(৭৬) কাজ নহা তিৰী
বেৰায় বাৰী বাৰী

(৭৭) মাথাত নাই চুলি
ভাতাৰে ডাকায় কেশমতি বুলি।

(৭৮) ভোকত খকসাও[৫০] মিঠা

(৭৯) যদি থাকে মনত
থাকুক না কেনে দেশেৰ এক কোণত।

(৮০) বোন্দাই আনিল তিৰী
শিযাল হইল গিৰী

(৮১) নিজেৰ চেযা[৫১] পৰাই ভাল
পৰাৰ চেয়া জঙ্গলেই ভাল

(৮২) বিহানেৰ[৫২] মুঠি
দিনমানেৰ খুটি

(৮৩) অধিক সন্ন্যাসীৰ গাঞ্জা নষ্ট

(৮৪) ঘোৰাক নাপেয়া
ঘাসীক কিলায

(৮৫) ভাত ফেলাইলে
কাউৱাৰ আকাল নাই।

(৮৬) ভাঙা হাড়ী যোৰা নালাগে

(৮৭) বিলাইৰ গলাত ঘাটি
লটকায় কায়

(৮৮) নৰম মাটিত বিলাই হাগে

(৮৯) সাপ মাৰি নেঙুৰত বিশ নাথুইস

(৯০) ঘৰেৰ বৈৰী বিভীষণ

(৯১) একশ গৰু থাকিলে বাঘেৰো মৰণ হয়

(৯২) বৰ-কাইনা হইল ৰাজী[৫৩]
কি কৰে গাঁৱেৰ কাজী[৫৪]

(৯৩) হাত্তী খায় যত, লাদে[৫৫] তত

(৯৪) হাত্তী ভইসে যুদ্ধ কৰে
নল খাগৰাৰ মৰণ হয়

(৯৫) হুৰমুৰ যাত্ৰা যা কৰে বিধাতা

(৯৬) আপোন দোষে বান্দা মৰে
ৰাইত[৫৬] পোৱাইলে ভিটাক দোষে

(৯৭) বাগেৰ ফকীৰ ভিক্ষা নাপায়

(৯৮) যাৰ মনে যেই খায়
দৈ ছাৰি পানী খায়

(৯৯) পুটকিত নাই চাম বাখলা
মদ খায় টেকেলা টেকেলা

(১০০) ধৰ্মৰ ঢোল বাতাসত বাজে।

| শব্দ | অৰ্থ | শব্দ | অৰ্থ |
|---|---|---|---|
| ১। নেন্দে— | নিন্দাকৰে | ২১। দশেৰ — | দহৰ |
| ২। ভাকুৰা গালি— | ওফন্দা-গালি | ২২। বাতাস— | বতাহ |
| ৩। কার্লটি— | কলা | ২৩। ঠালাব— | থপাৰিয়াব |
| ৪। বাছুৰ— | পোৱালি | ২৪। শেও— | তলতীয়া |
| ৫। টুনটুনা— | শুকাই খীনাই যোৱা | ২৫। ভেমাব— | ভেওঁদিব |
| ৬। বাথনায়— | প্রশংসা কৰে | ২৬। আগিনা— | চোতাল |
| ৭। কাউৱা— | কাউৰী | ২৭। গুণ্টি— | আলহী |
| ৮। ছাও— | পোবালী | ২৮। ছেপ— | থু |
| ৯। ৰাও— | কথা | ২৯। কিৰপিন— | কৃপণ |
| ১০। নাৰীয়া— | গাত শুংথক পোক | ৩০। ঝৰ— | বৰষুণ |
| ১১। ভোমৰা— | শকত, মোটা | ৩১। সাগিদাৰ— | বিলাওতা |
| ১২। ছেমা— | ছাঁ | ৩২। আলসিয়া— | এলেহুৱা |
| ১৩। পন্তা— | পইতা ভাত | ৩৩। ঘুগু— | কপৌ |
| ১৪। গাবুৰ— | গাভৰু | ৩৪। হেনা— | নিচিনা |
| ১৫। কাইণ্ডা — | কাঁহি | ৩৫। কোন্দলা— | কোচ |
| ১৬। ভইস— | মহ | ৩৬। ভাগুৱা— | আধি দিয়া |
| ১৭। উপাস— | উপবাস | ৩৭। ফাৰা — | ফটা |
| ১৮। উনা— | কম | ৩৮। কাতি— | পিনে |
| ১৯। নাটি— | লাঠী | ৩৯। নাউৰা— | নাপিত |
| ২০। গৰেয়া— | তৈয়াৰ কৰি | ৪০। কাশুলি— | কাহ ৰোগত ভুগা |
| | | ৪১। বিচি— | গুটি |
| | | ৪২। সইৰসা— | সৰিয়হ |

| শব্দ | অৰ্থ | শব্দ | অৰ্থ |
|---|---|---|---|
| ৪৩। কুশিয়াৰ— | কুঁহিয়াৰ | ৫০। থকসা— | ডমৰু |
| ৪৪। ভাও— | মূল্য | ৫১। নিজেৰ চেৱা— | নিজতকৈ |
| ৪৫। শিকাৰ— | হৰিণ | ৫২। বিহানেৰ— | ৰাতিপুৱাৰ |
| ৪৬। ভেঙুৰ— | খোবা | ৫৩। ৰাজী— | সন্মত |
| ৪৭। নেঙুৰ— | নেজ | ৫৪। কাজী— | বিচাৰক |
| ৪৮। ফাই— | বেচি | ৫৫। লাদে— | শোচকৰে |
| ৪৯। বগ্‌লা— | বগলী | ৫৬। ৰাইত— | ৰাতি |

# সাঁথৰ

গোৱালপৰীযা লোক-সাহিত্যত সাঁথৰে এক সুকীয়া আৰু উল্লেখযোগ্য স্থান দখল কৰিছে। ই এক প্ৰকাৰ বুদ্ধিৰ খেল। ইয়াত প্ৰশ্নোত্তৰ হয়। ইয়াত প্ৰশ্নকাৰকৰ গোপন অৰ্থযুক্ত প্ৰশ্ন থাকে আৰু শ্ৰতাই মুকলি ভাষাত অৰ্থ কৰ্ লাগে। জিলাখনৰ কোনো কোনো ঠাইত সাঁথৰক সাস্তৰ বা শ্লোক বুলি কোৱা হয়। এই সাস্তৰ বা শ্লোক সকলো ভাষাত আৰু সকলো শ্ৰেণীৰ লোকৰ মাজত প্ৰচলন আছে।

দূৰ অতীতৰ পৰাই বিভিন্ন অভিজ্ঞতাৰ ফলশ্ৰুতিত সাঁথৰ গাঢ় উঠে। জিলাখনত ই সচৰাচৰ মুখে মুখে বাগৰি আহি লোক-সাহিত্যৰ ভঁৰাল চহকী কৰি তুলিছে। সাঁথৰৰ সাহিত্যগত অৰ্থৰ বিপৰীত অন্তৰ্নিহিত ভিন্ন অৰ্থ থাকে। ই শব্দাত এধৰনৰ হয় আৰু অৰ্থ ভাঙি দিলে আচল অৰ্থ বুজি পোৱাত সহজ হয়। কিছুমান আকৌ শুনাত অশ্লীল ধৰ্ম্মী হয় যদিও ইয়াৰ লগত প্ৰকৃত অৰ্থ বেলেগ। বেচিভাগ সাঁথৰ প্ৰকৃতিৰ বস্তু সমূহলৈ ৰচনা কৰা হয়। ইবোৰ কেতবোৰ অৰ্থব্যঞ্জক শব্দৰ সমষ্টি। কৌতয়াবা সংখ্যা, আখৰ সম্পৰ্কীয় ধাৰণা পোৱা যায়। গোৱালপাৰা জিলাখনত বহু ঠাইত অসংখ্য শ্লোক সিচঁৰিত হৈ আছে। সেইবোৰ বুটলি আনিলে গোৱাল-পৰীয়া লোক-সাহিত্যৰ ভঁৰাল চহকী হৈ পাৰিব। তলত বুটলি অনা কিছু সংখ্যক সাঁথৰ বা শ্লোক দিয়া হল।

১। উপৰেৰ পাৰা পইল ধুম
ধুমে কয় মোৰ পুটকি শুঙ—(বেল—ই গছত থাকে।
পকিলে মাটিত পৰি যায়।
বেলটো পকিছেনে নাই মানুহে শুঙি চায় )

২। শুন্য হাতেৰ পইল ভেট
ভেটে কয় কাট পেট ( তামোল—তামোল পুৰঠ হৈছে নে
নাই কাটি চোৱা হয়।

৩। গলা[৩] আছে মাথা নাই
হাত আছে ঠেং নাই —চোলা

৪। এক হাত্তীৰ দুই মাতা
যায় হাত্তী কলিকাতা —নাও

৫। এক গাছে এক ফল
পাকী আছে টলমল —আনাৰস

৬। খাল বিল শুকি গইল
গাছেৰ আগালত পানী ৰইল —নাৰিকল

৭। খোকৰত পাইলুং
আছৰেয়া মাৰিলুং —সিয়ানি শেঙুন

৮। টিপ টিপ পখী টিপতে লুকায়
সাতখান পাহাৰ ভাঙেয়া পখী খাবা যায় —বন্দুক

৯। কাটিলে হয় দিঘীলা
চেঁচিলে হয় খোটা —নৰ্দমা

১০। দল কুমকুম দলেৰ তলত ভাসা
হাড়া নাই হাড্ডী নাই মানুস খাবাৰ আশা —বেদলেং
জোক

১১। গায় ঢুস মুস[৪]
মধ্যে হাড়া —খেৰৰ পুঞ্জী

১২। এখ্‌নি বুড়ী পিঠা ভাজে
মোক দেখিলে দুৱাৰ ঝাপে —শামুক

১৩। এক্‌খিনি গাছ ঝাপুৰ ঝুপুৰ
তাতে আছে কালা কুকুৰ —মুৰৰ ওকনি

১৪। এক ভাই খালত
এক ভাই ডালত
এক ভাই আগালত
তিনো ভাইৰ মৰণ হইল
একে পাগাৰত —চুণ, পাণ, তামোল

১৫। বসিলে লেমহোম
উঠিলে পাহাৰ

সব কামানি[৩] কৰে
নকৰে আহাৰ —জাল

১৬। ছোটতে কাপোৰ পিন্ধে
বড় হইলে লেঙটা —বাঁহ

১৭। চাৰি ভাই খাটৰ খুটুৰ
তিনি ভাই পাগলা কুকুৰ
দুই ভাই বামুণ ঠাকৰ—গৰুৰ চাৰি ঠেং, দুই কাণ
আৰু নেজ আৰু দুই শিং

১৮। বাপ খসঙা[৬]
মাও দাদুৰী[৭]
বেটী হলক চলক
বৌ সুন্দৰী —কঠাল

১৯। আকাশত ঘৰ
পাতালত দুৱাৰ
হুলুক পুচক[৮] কৰে
ৰাজাৰ কুমাৰ —টোকৰা চৰাই

২০। টিপ্‌টিপনি বাই
ঘাটে ঘাটে পানী খাই —বৰশী

২১। কুলাৰ মতন কাণ
মুলাৰ মতন দাঁত
এই সান্তৰ ভাঙাবা নাপাৰিলে
তুই গাধাৰ জাত —হাতী

২২। দশ মৰ্দ্দে[৯] দাবাৰে আনে
দুই মৰ্দ্দে ধৰে
তালাশ পুৰত বিচাৰ কৰে
লক্ষী পুৰত মাৰে —ওকনি

২৩। ঝুপুৰ ঝাপাৰ গাছখিনি
অতে লুকাইল ভুতখিনি —ওকনি

২৪। সাগৰত ঘৰ নগৰত বাতি
হইল ছাৱা, নাই পোৱাতি[১০] —কাচৰ কনি

<u>সংখ্যাৰ সূচক</u>

২৫। তিনি বৰ্ণে নাম মোৰ
বিলে কৰো বাস
মধ্যম বৰ্ণ বাদ দিলে
সবে কৰে গ্ৰাস।
প্ৰথম বৰ্ণ বাদ দিলে সবে কৰে ঘিণ
তৃতীয় বৰ্ণ বাদ দিলে আচলতে হীন —কমল

২৬। গাছত আছে তিন নাৰিকল
আইসৰে ভাই খাই
তুম্‌ৰা দুই বাপ-বেটা
আম্‌ৰা দুই বাপবেটা
ঝন্‌কে[11] যেন একটা কৰি পাই—আতা, বাবা, বেটা

২৭। কোটাই[12] যান্‌ৰে একশ ভাই?
আম্‌ৰা নোৱাই একশ ভাই
যাই যতো আইবে অতো
তাৰ অৰ্দ্ধেক তাৰ পাই
তোমাক নিয়া একশ ভাই —৩৬

২৮। অ আই, অ আই
ঘৰ আছে দুৱাৰ নাই —আঠুৱা

২৯। আলি আলি যায
মাথা ভাঙি চায় —বেজি সূতা

৩০। আকাশে ঘৰ পাতালে দুৱাৰ
তাৰ তলে দিয়া সোন্দায়
কাণ কাটা শুৱাৰ —বাৰৈ[13] পখী টোকৰা চৰাই

৩১। একখানি সুপাৰী
গনিবা নাপায় বেপাৰী —আকাশৰ তৰা

৩২। একডাল খেৰে
গোটায় ঘৰ বেৰে —চাকি

৩৩। নৌকা কাটং ঢুক ঢাক
বৈটা কাটল ধীৰে

ব্রহ্মপুত্রত জুই লাগিছে
কাণ্ড নিবাবা পাৰে —বেলি উদয়

৩৪। জন্মিয়ে বুড়া হয় —বুড়া আঙুলি

৩৫। মামা ঘৰত গেলুং
নাচিতে নাচিতে লেংটিয়া হৈলুং —টাকুৰী

৩৬। এক বুঢ়ীৰ চাইৰ বেটা
দুই বেটাৰ পেট কাটা
আৰ দুই বেটাৰ কাণ কাটা—তাত শাল, খুটা চাৰিটা

৩৭। দুই আক্ষৰেৰ নাম শুনি
মনে লাগে ভয়
প্রথম আক্ষৰত আকাৰ দিলে
খাবাৰ বস্তু হয়।
দুয়ো আক্ষৰত আকাৰ দিলে
পিন্ধাৰ বস্তু হয়। —জম, জাম, জামা

৩৮। ছেপ[14] দিয়া লেপ[15] দেয
ঠৰ্ ঠৰা কৰি ভৰে দেয়
বুড়া বাৰে বাৰে
চেংৰা একবাৰে —বেজীত সূতা ভৰোৱা

৩৯। কি কন বাপুৰে টাপাৰ টাপাৰ
কয়া কইৰলেন পাপ
এই মানুষটাৰ মামা শশুৰ
মোৰ শশুৰেৰ বাপ—মহিলা, ভাতিজী বোৱাৰী আৰু
পেহা শহুৰ

৪০। এক ঠেঙীয়া বগুলা
নাইচ্তে নাইচ্তে হয় পাগলা —বিচনী

৪১। হুকুৰ হুকুৰ খুন্দে মাটি
ছয় চকু তিন পুটকী —লাঙল, মানুহ আৰু গৰু

৪২। মধ্য নদীত পোনাৰ ভাষা
অক নিয়া সকলেৰ আশা —ভাত

৪৩। দৰী ছিৰিল
কুৰা মুঙ্গিল[16] —পায়খানা
৪৪। আহাৰত গাই
পাহৰত বাচুৰ[17]
যদি গাই হিক্রে[18]
চাইৰো পাহাৰ ফিক্রে[19] —ভূমিকম্প
৪৫। মামাৰ দাঁৰি
গোটাবাৰ ধৰচুং
গোটাইতে গোটাইতে
গোটাবাৰে নাপাঙ —ৰাস্তা
৪৬। চিৎ পখীৰ বুক ধাওলা[20]
মহং[21] নাই তাৰ একফালা —আখৈ
৪৭। আটা'ৰ ছাওৱাৰ একটা পুটুকি —নহৰু
৪৮। পাচ মৰ্দে ধৰে, এক মৰ্দে ঠেলে
পুৰানি কালিযা পাগাৰ[22]
দেইখ্‌তে হা মেলে —পাঁচ আঙুলি আৰু মুখ
৪৯ কুতি যাইস বুঢ়াৰ বেটা টঙস টঙস
হাড়া নাই কাটা নাই বেৰাইস[23] বঙস বঙস— চিনা জোক
৬০। পাৱ পৃষ্ঠ মাথাটা
দুই হাত কুবি আঙুল নাকটা
চক্ষু কৰ্ণ নাই[24] —মানুহ
৫০। সান্দাবা[25] পাইলুং
ওলাবা না পাইলুং

টোকা

| শব্দ | অৰ্থ |
|---|---|
| (১) শূন্য হাতে— | শূন্যৰ পৰা |
| (২) পইল— | পৰিল |
| (৩) গলা | ডিঙি |

| শব্দ | অৰ্থ |
| --- | --- |
| (৪) ঢুস-মুস— | শকত আৰত |
| (৫) কামানি— | কাম |
| (৬) খলঙা— | শুংক্ষা অখোৰা মখোৰা |
| (৭) দাদুৰী— | দাদ ধৰাৰ দৰে |
| (৮) হুলুক পুচুক— | চুচুক চামাক |
| (৯) মৰ্দে— | মানুহ |
| (১০) পোৱাতি— | শিশুৰ মা |
| (১১) ঝনকে— | প্ৰতিজনে |
| (১২) কোটাই— | কলৈ |
| (১৩) বাৰৈ— | ঢোকৰা চৰাই |
| (১৪) ছেপ— | থু |
| (১৫) নেপ দেয়— | লেপি দিয়ে |
| (১৬) মুঞ্জিল— | মুজিল |
| (১৭) বাচুৰ— | পোবালি |
| (১৮) হিক্লে— | গৰ্জন কৰে |
| (১৯) ফিক্লে— | কঁপি উঠে |
| (২০) ধাওলা— | বগা |
| (২১) মহং— | মংহ |
| (২২) পাগাৰ— | গাঁত |
| (২৩) বেৰাইস— | ফুৰা |
| (২৪) নাই— | নাভী |
| (২৫) সান্দাবা— | সোমাবলৈ |

# লোক-বিশ্বাস

গোৱালপৰীয়া লোক-সাহিত্যত লোক-বিশ্বাস আদিম কালৰ পৰাই এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। সময়ৰ সোঁতত আদি মানবৰ লোকবিশ্বাস আৰু সামাজিক ক্ৰিয়া কলাপৰ আমূল পৰিৱৰ্তনত সমযোপযোগী কলা সংস্কৃতিৰে ভৰপূৰ সমাজ আৰু সভ্যতাৰ মাপকাঠি নিৰ্ধাৰণ হলেও সমগ্ৰ বিশ্বৰ ভিন্ ভিন্ দেশ, সমাজ আৰু সম্প্ৰদায়ৰ তাহানি কালৰ পৰা লোক-বিশ্বাসেৰে সুস্থ সমাজ এখন গঠনত সহায়ক হৈ আহিছে। বৰ্তমানে সমাজ এখনত শিক্ষা, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰভাবত কিছু পৰিমাণে হলেও আগৰ বহুল প্ৰচলিত লোক বিশ্বাসসমূহৰ প্ৰচলন কৰিবলৈ ধৰিলে। শিক্ষা আৰু সভ্যতাৰ দ্ৰুত অগ্ৰগতিত আওপুৰণি লোক-বিশ্বাস সমূহক অন্ধবিশ্বাস বা কুসংস্কাৰ বুলি জ্ঞান কৰি একাংশ লোকে নমনা হৈ পৰিল। কিন্তু গাৱঁলীয়া সমাজত সহজ-সৰল চহা মানুহখিনিয়ে লোক-বিশ্বাস সমূহ বহুলাংশে মানি আহিছে।

লোক-বিশ্বাসসমূহ ধৰ্মীয় আৰু সামাজিক আচাৰ-ব্যৱহাৰ ৰীতিনীতি আদিৰ লগত সামঞ্জস্য ৰক্ষা কৰি আহিছে। আধুনিক শিক্ষা আৰু সভ্যতাৰে প্ৰভাৱান্বিত লোকে নিজৰ ব্যক্তিগত জীৱনত মানি লব নুখুজিলেও বহু সময়ত ইয়াক এৰাই চলিব নোৱাৰে এইবাবেই যে বৈজ্ঞানিক ভিত্তিত ইয়াক বিচাৰ কৰিলে ইবোৰক মানি চলাটো যথেষ্ট যুক্তিযুক্ত বুলি ভবাৰ অৱকাশ বিচাৰি পোৱা যায়। লোক-বিশ্বাসসমূহ কোনো ঘটনা বা পৰিস্থিতিৰ দীৰ্ঘকালীন অভিজ্ঞতাৰ ফলশ্ৰুতিত সৃষ্টি হৈছে। বহুসময়ত ইবোৰক আমি এৰাই চলিব বিচাৰিলেও এৰাই চলিব নোৱাৰো। পৰম্পৰা স্বৰূপ ইবোৰ সমাজত প্ৰভাৱ বিস্তাৰ কৰি থাকেই। কাৰণ দকৈ ফঁহিয়াই চালে ইবোৰক মানি চলাৰ বিজ্ঞান সন্মত যুক্তি আৰু ভিত্তি বিচাৰি পাব পাৰি। ইবোৰে গোৱাল পৰীয়া লোক-সাহিত্যৰ ভঁৰাল চহকী কৰিবলৈ সমৰ্থ হৈছে

গোৱালপাৰা জিলাৰ বিভিন্ন চুকে কোনে এনে লোক-বিশ্বাস বা অন্ধ বিশ্বাস প্ৰচুৰ পৰিমাণে সিচৰিত হৈ আছে। অনুসন্ধান আৰু গৱেষণাৰ জৰিয়তে বুটলি লব পাৰিলে গোৱালপৰীয়া লোক-সাহিত্যৰ ভঁৰাল আৰু অধিক চহকী হ'ব নিশ্চয়।

লোক-সাহিত্যৰ অন্তৰ্ভুক্ত লোক-বিশ্বাসসমূহ লোক-সমাজৰে সৃষ্টি। লোক-বিশ্বাস বা লোকৰীতিৰ দ্বাৰাই লোক সমাজৰ জীৱন পৰিচালিত হয়। যাদু-মন্ত্ৰয়ো লোক সমাজত বিশ্বাস স্থাপন কৰি থাকে। ৰোগী চিকিৎসা কৰাকে আদি কৰি অসাধ্য সাধন কৰাত ই বিশ্বাস যোগায়। তলত কিছু সংখ্যক লোক-বিশ্বাস দাঙি ধৰা হল।

১। খোজ কাঢ়োতে উজুটি খালে, ভাত খাঁওতে বা তামোল খাওঁতে হিশুম খালে[১] কোনোবাই নাম কৰা বা মনত কৰা বুলি জন বিশ্বাস।

২। ৰাতি জুই বা লোৰ অস্ত্ৰলৈ বাহিৰলৈ ভনালে দেও ভূতে নাপায়।

৩। ৰাতি কোনো লোকৰ ঘৰত ফেঁচাই কান্দিলে অমঙ্গল হয় বুলি জন বিশ্বাস।

৪। নাৰিকল গছত ফল নধৰিলে বা ফল লাগি সৰুতে সৰি পৰিলে বাঢ়নী, জোতা, পয়টা বান্ধি দিলে ফল লাগে।

৫। বাঁও হাতৰ তলুৱা খুজালে ধনপ্ৰাপ্তি আৰু সোঁহাতৰ খুজালে ধন যোৱা বুলি জন বিশ্বাস।

৬। বাওঁফালৰ পৰা সাপ পাৰ হলে মঙ্গল আৰু সোঁফালৰ পৰা পাৰ হলে অমঙ্গল হয়।

৭। শিশুই ভয় খালে মাকে শিশুৰ কানি আঙুলি কামুৰি দিলে ভয় আঁতৰে।

৮। ভয় খাই গা চমকিলে বুকুত ছেপ[২] দিয়া হয়, ভয় আঁতৰে।

৯। গুৰি পৰুৱা মাটিৰ তলৰ পৰা ওলাই লানি নিছিগাকৈ শাৰীপাতি ওলালে বান পানী হোৱা লক্ষণ।

১০। জনম বাৰত মূৰ খোৱা, চুলিকটা, নখ কটা নিষেধ— আয়ু কমে বুলি বিশ্বাস।

১১। কইনা চাবলৈ আহি আগিনাত[৩] কোদাল দেখা বেয়া—অমঙ্গলৰ' লক্ষণ।

১২। দিন-ৰাতিৰ সন্ধিক্ষণত পানী পতাত বাহিৰ নেপায়—অমঙ্গল হয়।

১৩। অমাৱস্যা তিথিত মাংস খোৱা বেয়া—শৰীৰ দুৰ্বল থাকে—হজম নহৈ বেমাৰ হব পাৰে।

১৪। ৰাতি দৈ খাব নাপায়—দৈ খাই পৰিশ্ৰম কৰিব লাগে—সহজে জীন নাযায়।

১৫। সোম আৰু শনিবাৰে পূব ফালে দুৰদুৰণিলৈ যাব নাপায,— অমঙ্গল হয বুলি।

১৬। মঙ্গল আৰু বুধবাৰে যাত্ৰা শুভ বুলি জন বিশ্বাস।

১৭। বিষুৱাৰ সাত তিথিত একে লগে সাতবিধ ফল খোৱা নিয়ম।

১৮। সোণ আৰু ৰূপা হেৰুৱাটো বেয়াৰ লক্ষণ।

১৯। ঘৰৰ চালত শেগুন পৰাটো অমঙ্গলৰ লক্ষণ।

২০। যাত্ৰাৰ সময়ত পিছফালৰ পৰা মতা নিষেধ,—অমঙ্গল হব পাৰে।

২১। ধান বেচিলে বা বজাৰলৈ নিয়ে নাইৰা কোনোবাক দিলে বাওঁ হাতেৰে তিনিবাৰ অলপ অলপকৈ ঘূৰাই লোৱা হয।

২২। মাকে কেঁচুৱাকলৈ বাহিৰলৈ ওলালে বা কোনো ঠাইলৈ গলে লগত চুৰি বা কটাৰী লয। ৰাস্তাত দেও ভুত নধৰে বুলি বিশ্বাস।

২৩। মাকে কেঁচুৱাক লৈ বাহিৰলৈ বা কোনো আলহীৰ ঘৰলৈ গলে ঘৰৰ পৰা ওলাবৰ সময়ত মজিয়াৰ মাটিৰে কেঁচুৱাৰ কপালত ফোট দিয়ে—ভুত-পিশাচ লগ নধৰে।

২৪। গাই বিযালে[৪] ডিঙিত চিলুম বান্ধি দিয়ে—নজৰ নেলাগে।

২৫। খেতি পথাৰত শস্য লহ-পহকৈ উঠিলে ছোঁ দিয়া হয়—নজৰ[৫] নেলাগে।

২৬। দুটা কুকুৰা চৰাই বা পোৱালি ঠোঁটত ঠোঁট লগাই কথা কোৱাৰ দৰে থাকিলে ঘৰত আলহী আহিব বুলি বিশ্বাস।

২৭। বিয়াৰ কাৰণে ছোৱালী চাবলৈ যাওতে বাঁহ কটা, বা বাঁহ'ৰে নিয়া দেখাটো বেয়া লক্ষণ।

২৮। যাত্ৰাকালত বিধবা বা বাঁজী তিৰোতা, দাড়ি নগজা বা আঠকুৰা মানুহ দেখা পোযাটো বেয়া লক্ষণ।

২৯। পূৰ্ণিমা বা অমাৱস্যা তিথিত স্বামী-স্ত্ৰী য়ে যৌন কাৰ্য্যত লিপ্ত হব নেপায়।

৩০। তিৰোতাৰ অশৌচ কালত বাৰীত ভঁৰালত বা ৰান্ধনী ঘৰত সোমোৱা নাইবা টকা-পইচা চুৱা নিষেধ।

৩১। মাইকী মানুহ পিন্ধা কাপোৰ টাৰ বা ৰচিত শুকা দিলে তাৰ তলেৰে চলা-ফুৰা কৰাটো নিষেধ।

৩২। ৰাতি গছৰ তলত বাঁহ থকা বা শয়ন কৰা নিষেধ।

৩৩। দিনত ফেঁচা কন্দাটো অমঙ্গলৰ লক্ষণ।

৩৪। ঘৰৰ মুধত কাউৰী কন্দা অশুভ লক্ষণ।

৩৫। ৰাতি টেঙা, তিতা বা দৈ খোৱা বেযা। শৰীৰৰ বাবে ক্ষতিকৰ।

৩৬। কণী আৰু গাখীৰ একেলগে খোৱা নিষেধ। গুৰুপাকী।

৩৮। ফল খাই পানী খাব নেপায। শৰীৰৰ বাবে ক্ষতিকৰ।

৩৮। দিনত শিয়াল হোবা দিয়াটো অমঙ্গলৰ চিন।

৩৯। গৰু বন্ধা ৰচি ডেও দি পাৰ হব নেপায়। গাইক মাতৃ স্বৰূপ জ্ঞান কৰা হয় বাবে।

৪০। হিন্দু সকলে পশ্চিম আৰু উত্তৰ দিশত শিতান দি শোৱাটো নিষেধ।

৪১। বহা আসন ওলোটাই ৰখাটো বেয়া লক্ষণ।

৪২। বাঢ়ি দিয়া ভাত সামান্য হলেও খাব লাগে—এৰিব নেপায়।

৪৩। এন্ধাৰত ভাত খোৱা নিষেধ।

৪৪। ঘৰৰ চোতালত মৰা গছ থকাটো বেয়া। অমঙ্গলৰ লক্ষণ।

৪৫। ৰাতি গছৰ পাত বা ফল চিঙিব নেপায়।

৪৬। চোতালত খালি কলহ, কোদাল বা বাঢ়নী পেলাই থব নাপায়।

৪৭। তিৰোতাই বাহী গাৰে খোঁতপথাৰ, পাণ-তামোলৰ বাৰী, ৰান্ধনীঘৰ, ধানৰ ভঁৰাল আদিলৈ যোৱা নিষেধ। সেইবোৰ ঠাইত লক্ষীয়ে বাস কৰে বাবে।

৪৮। যাত্ৰাকালত থিয় হওতে খুন্দাখালে আগ বাঢ়িব নেপায়। কিছু সময় ৰব লাগে। বিপদ হব পাৰে বুলি বিশ্বাস।

৪৯। কথা কোৱাৰ সময়ত জেঠীয়ে টিকটিকালে কথাটো সঁচা বুলি ভবাটো জন বিশ্বাস।

৫০। খোৱাৰ সময় ওঁঠত বা জিভাত কামোৰ খালে শত্ৰু বঢাটো বিশ্বাস।

৫১। বস্তু খাবলৈ লওঁতেই পৰিগলে উঠাই লৈ কিঞ্চিত হলেও খাব লাগে। শত্ৰু বাঢিব নোৱাৰে।

৫২। ৰাতি কুকুৰা চৰাই উচ্চস্বৰে চিঞৰা অমঙ্গলৰ লক্ষণ।

৫৩। শুভ কামৰ আৰম্ভণীত বা চলিথকা অবস্থাত গছ বা খেৰৰ পঁুজি ভাঙি পৰাটো বেয়া চিন।

৫৪। কল গছৰ থৰ' গছৰ পেটেদি ওলোবাটো অশুভ লক্ষণ।

৫৫। দেৱা ডাকা বা মেঘ গৰ্জন কৰাৰ সময়ত কাঁহৰ বাচন-বৰ্ত্তন ঘৰৰ বাহিৰত ৰখাটো নিষেধ। বিজুলিত আকৰ্ষণ হব পাৰে।

৫৬। থকা ঘৰৰ কাষত শিমলু, তেতেলী বা শেওৰাৰ গছ থাকিব নেলাগে। সেইবোৰ গছত ভূত-প্ৰেত আশ্ৰয় লয় বাবে।

৫৭। পৰা বা ভজা মাছ বা ভজা পিঠা খাই পানী নোখোৱাকৈ বাহিৰলৈ যাব নেলাগে। ভূত-পিশাচৰ দৃষ্টি পৰিব পাৰে।

৫৮। সদ্য জাত কেঁচুৱাৰ ঘৰত তুঁহ জুই জ্বলোৱা হয়—দেও-ভূত নাহে।

৫৯। ঘৰৰ আউকন্দৰত বা পদুলিৰ সমুখত কামিনি, কাঞ্চন বা বাঁহ বৰ নেপায়।

৬০। জমজ কল বা তামোল, দুমুখীয়া পাণ খাব নেপায়—দুই সন্তান হোৱাৰ ভয় থাকে।

৬১। নৈ বা বিল অথবা পুখুৰীৰ পাৰত শৌচ কৰিব নাপায়—পানী বা বায়ু দূষিত হয় যাবে।

৬২। দিনৰ ভাগত শিয়ালে হোৱা দিলে বেয়া ঘটনা ঘটাৰ ভয় থাকে।

৬৩। মুকুট চুলীয়া ছোৱালী বিয়া কৰিলে দুৰ্ঘটনাৰ ভয় থাকে।

৬৪। পূৰ্ণিমা বা আউসীৰ ৰাতি গুৰু আহাৰ কৰা নিষেধ। সহজে হজম নহয় যাবে।

৬৫। দুৱাৰ ডলিত বহা নিষেধ। লোকৰ যাতায়াতত অসুবিধা হয় যাবে।

৬৬। ছোৱালী বা তিৰোতাই চুলি মেলি দি ৰাতি বাহিৰত ওলোৱা নিষেধ—জিন-ভূতে দৃষ্টি কৰে।

৬৭। স্বামী মৰিলে তিৰোতাই ৰং-বিৰঙৰ কাপোৰ পিন্ধিব নাপায়। আত্মসংযম বিনষ্ট হোৱাৰ ভয় থাকে।

৬৮। মেকুৰীয়ে ঠেং মুখ চাটিলে বা পাত্ৰত পানী খালে আলহী অহাটো লোক বিশ্বাস।

৬৯। ভৰিৰ পতা খুজালে ভ্ৰমণত যোৱাৰ বিশ্বাস।

৭০। দুটা বাঢ়নী একেলগে ৰাখিলে ঘৰত কাজিয়া লগাৰ ভয় থাকে।

৭১। ভেকুলী টোৰ টোৰালে বৰষুণ হোৱাৰ বিশ্বাস।

৭২। ঘৰত পাখিলা আহিলে অলপতে ঘৰত বিয়া লাগিব বুলি বিশ্বাস।

৭৩। মৌ মাখি বা পাৰ চৰাই কৰবাৰ পৰা আহি বাস কৰা সৌভাগ্যৰ লক্ষণ।

৭৪। ঘনে ঘনে ভুঁইকম হলে বানপানী হোৱাৰ লক্ষণ।

৭৫। আমগছত বেচিকৈ মৌল আহিলে ধান আৰু কাঠালৰ বেচি মুচি পেলালে বান হয়।

৭৬। ছুটী ছুটী ডিঙি আৰু ঘাৰ মোটা লোকৰ পৰা দূৰত থাকিবা—অনিষ্ট হোৱাৰ ভয় থাকে।

৭৭। হাতৰ পৰা বস্তু পৰিলে ঘৰত আলহী আহিব পাৰে বুলি বিশ্বাস।

৭৮। হাপাই কান্দিলে বান পানী হোৱাৰ লক্ষণ।

৭৯। পাৰ চৰাই পাখি মেলিদি বদত শুকালে বৰষুণৰ লক্ষণ।

৮০। গোহালিত ৰাতি গৰু হেম্বলাটো অশুভ লক্ষণ।

৮১। বিষুৱাত ঘৰ আৰু গোহালি সাৰা জাবৰ আদি ৰাস্তাত পেলাই দিয়া নিয়ম—বেমাৰ-আজাৰৰ পৰা ৰক্ষা পাব পাৰি বুলি বিশ্বাস।

৮২। চ'ত মাহত লৰা-ছোৱালীৰ ছেকৈত হালধি কাটি বান্ধি দিলে বসন্ত বেমাৰ নহয়।

৮৩। বিষ কুটুলি ঘৰৰ চালত বান্ধি ৰাখিলে বেমাৰৰ পৰা ৰক্ষা পোৱা যায।

৮৪। গৰ্ভৱতী নাৰীৰ গিৰিয়েকে সাপ, বেঙ আদি মাৰিব নেপায়। গৰ্ভস্থ সন্তান জিভা উলিয়াই থাকে বুলি বিশ্বাস।

৮৫। এক ভাদৰে লৰে চৰে / দুই ভাদৰে পৰিয়া মৰে
তিনি ভাদৰে যাৰ / সোণাৰ নাঙল তাৰ।

—জনবিশ্বাস।

৮৬। যি মাহত জন্ম হয় সেই মাহত বিয়া কৰাব নাপায়।

৮৭। স্বামী বা বৰ পুত্ৰৰ জন্ম মাহত তিৰোতাই মূৰ ধুব নাপায়।

৮৮। ভৰা পানীৰ কলহ আনৰ আগিনাই দি নিব নাপায়।

৮৯। তিৰোতাই উচ্চস্বৰে কথা কোৱা আৰু হাঁহিব নাপায়। শত্ৰু বাঢ়ে।

৯০। গিৰিয়েক মৰিলে ঘৈণীয়েকে, দেউতাক মৰিলে পুতেকে তিনি দিন মুখ লৰিব নাপায়।

## টোকা

| শব্দ | অৰ্থ |
|---|---|
| ১। বিশ্ৰুম খোৱা | গলত পানী লগোয়া |
| ২। ছেপ | থু |
| ৩। আগিনা | চোতাল |
| ৪। বিয়ালে | পোৱালি যোগালে |
| ৫। নজৰ | দৃষ্টি |
| ৬। আঠকুৰা | সন্তান নোহোৱা পুৰুষ |
| ৭। থৰ | কান্ডিল |
| ৮। চাটিলে | চেলেকিলে |

# তন্ত্রমন্ত্র আৰু চিকিৎসা

গোৱালপৰীয়া লোক-বিশ্বাসত তন্ত্র-মন্ত্রই এক গুৰুত্বপূর্ণ স্থান দখল কৰিছে। ইতিহাসে ঢুকি পোৱা কালৰে পৰাই জিলা-খনত তন্ত্র-মন্ত্রই গোৱালপৰীয়া সমাজ জীৱনত গা কৰি উঠিছে। ইতিপূৰ্বে মন্ত্রৰে অনেক অসাধ্য সাধন কৰা হৈছিল। চিকিৎসাৰ ক্ষেত্রতো ই সমানে প্রাধান্য লাভ কৰিছিল। আধুনিক চিকিৎসা বিজ্ঞানৰ আবিৰ্ভাবত এই কাৰ্য্য তল পৰি যোৱাৰ দৰে হলেও বহু সময়ত বহু ঠাইত ই সমানে প্রভাৱ বিস্তাৰ কৰি আছিছে। এনেকৈ আধুনিক চিকিৎসা বিজ্ঞান বিফল হোৱা কাৰ্য্য তন্ত্র-মন্ত্রই এতিয়াও সাফল্যতা দেখুৱাবলৈ সক্ষম হৈছে। সেয়ে জিলাখনত আজিও বহু ঠাইত বিশেষকৈ গাওঁ অঞ্চলত তন্ত্র-মন্ত্র চলি আছে। কেতবোৰ ভিতৰুৱা ঠাইত মন্ত্র চিকিৎসাই সম্বল। গাৱঁলীয়া ওঝা[1] বা কবিৰাজ এই চিকিৎসাৰ বাহক। বহু পুৰণি কালতে সৃষ্টি হোৱা মন্ত্রসমূহ এই ওঝা বা কবিৰাজ সাধনাৰ বলত আয়ত্ব কৰি জন-জীৱনত ক্রিয়া কৰি থাকে। জিলা-খনত বাস কৰা সকলো শ্রেণীৰ মাজত এনে মন্ত্রৰ প্রচলন আৰু বিশ্বাস বিদ্যমান। কোচ, ৰাজবংশী, বড়ো, ৰাভা, গাৰো,-জলধা, যোগী,-কলিতা, মুছলমান সকলোৱে ইয়াৰ ওপৰত অগাধ বিশ্বাস।

গোৱালপাৰা জিলাত ওঝাই বেমাৰ-আজাৰ চিকিৎসা কৰাৰ উপৰিও কেতবোৰ অলৌকিক কাৰ্য্যও কৰি থাকে। সাপে খুটিলে মন্ত্র মাতি ঝাৰা-ফুকা[2] কৰি চিকিৎসা কৰে। সাপৰ বিষক্রিয়া তেজৰ লগত ৰোগীৰ গোটেই শৰীৰত চানি ধৰাৰ নিৰ্দিষ্ট সময়ৰ ভিতৰত ওঝাই মন্ত্র মাতি ৰোগীৰ বিষ নমায় আৰু শেষত ৰোগীক সুস্থ কৰে। সাপৰ বিষ ঝাৰা মন্ত্রক সাপাৰী মন্ত্র আৰু যিয়ে এই মন্ত্র ঝাৰে তাক সাপাৰি বোলে।

জিলাখনত দেও, ভুত, প্রেত, ডাইনী, জীন, পৰী আদিৰ অৱস্থানৰ প্রতি জনবিশ্বাস আছে। সেইবোৰে কেতিয়াবা মানৱ দেহত আচৰ বা অৱস্থান কৰে। তেতিয়া মানুহ নিজস্ব

মতবাদ হেৰুৱাই পেলায়। তেতিয়াও বেজে মন্ত্রেৰে এনেবোৰ ৰোগীক আৰোগ্য কৰে। নৱজাত শিশুক ডাইনীয়ে দৃষ্টি কৰি কন্দুৱায়, হুঁহুৱায় আৰু শেষত প্ৰাণ নাশো কৰে। কবিৰাজে ঝাৰা-ফুকাৰ দ্বাৰা, তাবিজ-কবচ বা জাপ দি শিশুক ডাইনীৰ আক্ৰমণৰ পৰা ৰক্ষা কৰে। কিছুমান কবিৰাজে নিজৰ সাধনাৰ বলত ভুত, জিন, বিৰা আদিও পোহে আৰু ইয়াৰে নানা ধৰণৰ কামো কৰে। বহু সময়ত ধনৰ লোভত বা ৰং চাবৰ বাবে মানুহৰ গাতো ভুত বা জীন পৰী লগাই দিয়ে। ভুতে পোৱা বা ভুতে ধৰা ৰোগীক চিকিৎসা কৰা কবিৰাজক ভুতিয়া বুলি কোৱা হয়।

কোনো বস্তু বা জীৱ-জন্তু হেৰালে বা পলালে কবিৰাজে মন্ত্রেৰে ঠাঁক-ঠিকনা কৰি তাৰ সন্ধান দিয়ে। স্বামী-স্ত্রী, ভাই ককাই বা পৰিৱালৰ লোকৰ মাজত বেয়াকৈ স্থিতি লোৱা হাই-কাজিযা বা মনমালিন্য মন্ত্রৰ বলত দূৰ কৰে। বশীকৰণ মন্ত্রেৰে শত্রুক বা জীৱ জন্তুক বশ কৰাও হয। ভুত, প্ৰেত বা শত্ৰুই যাতে ক্ষতি কৰিব নোৱাৰে তাৰ বাবে তাবিজ-কবচ ব্যৱহাৰ কৰা হয। মন্ত্রেৰে ফান্দিয়ে হাবিৰ বনৰিয়া হাতী ধৰা আৰু পোহমনা, বাঘ-সিংহৰ লগত খেলা কৰা বা সিবোৰৰ পোবালি ধৰা আদি কাৰ্য্য গোৱালপাৰীয়া জনজীৱনত একালত বহুল প্ৰচলিত আছিল। শৰীৰৰ লঘু আঘাত বা মাইকী মানুহৰ প্ৰসৱ বেদনাত ঝাৰা তেল আৰু ঝাৰাপানী আদিৰে চিকিৎসা কৰা হৈ থাকে।

গোৱালপৰীয়া জন-জীৱনত শত্ৰুক শাস্তি দিবলৈ কেতিয়াবা কেতিয়াবা ঘৰত বা ঘৰৰ যিকোনো ঠাইত ঔষধ পোতোৱা হয়। তেতিয়া ঘৰত হয় বিভ্ৰাট ঘটে নাইবা ঘৰৰ লোকক বেমাৰে আক্ৰমণ কৰে। তেতিয়া কবিৰাজক মাতি আনি মন্ত্ৰৰ জৰিয়তে তুলাৰাশিৰ মানুহক বেতচালন, হাত চালন, কটাৰি চালন, নখদৰ্পণ, জলদৰ্পণ আদি কাৰ্য্যৰে শত্ৰুই গোপনে পুতি ৰখা ঔষধ উঠাই ঘৰত মঙ্গল সাধে। আকৌ ভুত, প্ৰেত বা শত্ৰুই যাতে দৈব্য শক্তিৰে কোনো প্ৰকাৰ ক্ষতি কৰিব নোৱাৰে তাৰবাবে মন্ত্রেৰে ঘৰৰ চৌহদ বন্ধ ৰখা হয়। চোৰেও গৃহস্থৰ ঘৰত চোৰ কৰিবৰ উদ্দেশ্যে নিন্দালি মন্ত্র মাতি গৃহস্থৰ ঘৰৰ বস্তু বাহানি উঠাই লৈ যায়। কুকুৰৰ

ওপৰত ঝাৰা মাটি বা বালি চটিয়ালে কুকুৰে নুভুকেও, নাকামুৰেও। তেতিয়া সহজে চোৰে গৃহস্থৰ ঘৰত প্ৰবেশ কৰে।

জিলাখনত মন্ত্ৰমাতি শত্ৰুক বাণ মাৰ ক্ষতি কৰাও এটা কুসংস্কৃতি। আকৌ কোনেও যাতে বাণ মাৰিব নোৱাৰে তাৰ বাবে তাবিজ-কবচ লোৱাৰ ব্যৱস্থাও আছে।

গোৱালপৰীয়া সমাজ জীৱনত মৌ পাৰা, শিঙি মাছ ধৰা আদি কামতো কেতিয়াবা মন্ত্ৰ মতা হয। মৌ বা শিঙি মাছে নিৰ্বিঘ্নে। মৌ পাৰা মন্ত্ৰৰ নমুনা এনে ধৰণৰ—

"মন মন মাখি পবনেশ্বৰ।
তামাৰ শৰীল লোহৰ ঘৰ।
ৰামেৰ হুঙ্কাৰে মোৰ শৰীল অক্ষয অমৰ।
ধৰ্মেৰ দোহাই দি কৰিনু বল।।
এই কথা হেল্‌বু পেল্‌বু।
ঈশ্বৰ মহাদেবৰ মাথাত ছয় পাও মুচিবু।।"

মন্ত্ৰেৰে তদবীৰ কৰি অবিবাহিত যুবক-যুবতীক বিৱাহ কাৰ্য্যও ঘটোৱা হয়।

নৈ-বিলত মাছ মৰা, হাবিত পহু চিকাৰ কৰা, লাঠীৰে শত্ৰুৰ মোকাবিলা কৰা আদি কাৰ্যতো মন্ত্ৰৰ গুণ অপৰিসীম। নৈ-বিলত দেওভূতৰ আক্ৰমণৰ ভয় নাথাকে, হাবিত হিংস্ৰ জন্তুই বাট এৰি দিয়ে, শত্ৰুৰ মোকাবিলাত শত্ৰুই লাঠীযালক নেদেখা হয।

গোৱালপৰীযা জন-জীৱনত তান্ত্ৰিকৰ ক্ষমতা উল্লেখযোগ্য। বাশুলী গোৱালপাৰাত একপ্ৰকাৰ বেমাৰৰ নাম। বাশুলী বেমাৰত গোটেই শৰীৰ বিষত অৱস হয় আৰু শীতল পৰে। ৰোগী বিষৰ তাড়নাত লৰচৰ কৰিব নোৱাৰা হয়। বাশুলী বেমাৰ ১৮ প্ৰকাৰৰ আছে। এ সময়ত কবিৰাজে জাৰি-ফুকি এই কঠিন বেমাৰ ভাল কৰিছিল। আজিও কোনো কোনো ঠাইত এই বেমাৰ মন্ত্ৰেৰে চিকিৎসা কৰা হয়। তলত এনে মন্ত্ৰৰ এটা নমুনা দিয়া হল।

'বাশুলী বাশুলী কোন্ কোন্ জাতি
উপজিল বাশুলী নিশাভাগ ৰাতি

উপাৰ্জিয়া দেশ দেশান্তৰে যায়
বাপেৰ বীৰ্য্যে জন্মিয়া মাৰ মাথা খায়
শোন বাশুলী মোৰ কথা হেলবু পেলবু
কাৰ্ত্তিক গণেশেৰ পূজা বাও ঠেঙে ঠেলবু
ব্যাৰ গাছি নাৰিকল তেৰ গাছি তাল
তাৰ তলত কামাৰ ভাই জুৰছে আকৰশাল
পদ্মা পদ্মা পদ্মৰ পাতত জন্মিয়া বিন্নাৰ পাত
দিয়া নাৰী ছেন্দ কৰে

শিবে কালিক ঝাৰে হৰ বিষ হৰ বিষ শিবেৰ হুংকাৰে
বিষ ভষ্ম হয়া মৰ উণ কুটি সহস্ৰ বিষ ঝাৰিয়া পৰ
হেট ছাড়ি বিষ উজান ধাবু আষ্ট লাগ পদ্মাৰ মাথা খাবু ॥"
ইত্যাদি।

কোনোবাক ভূতে লম্ভিলে তাৰপৰা ভূত এৰুৱাব লগা হলে মন্ত্ৰ মতা হয়। তেনে মন্ত্ৰৰ নমুনা এটা এনে ধৰণৰ।

অৰে অৰে ভূত তোৰ
জানুং জন্ম জাত
ভাদ্ৰ মাসেৰ মৰা মাসিত
হৈছিলি উৎপত্তি
হুক হুক হুককাৰ
চাৰিয়া যা মোৰ ৰাগীত পাৰ
দোহাই শিবেৰ মাথা খাবি।

মুছলমান সমাজতো কবিৰাজে তন্ত্ৰ-মন্ত্ৰৰ জৰিয়তে ৰোগী চিকিৎসা কৰাৰ ব্যৱস্থা আছে। তলত কেইটামান ৰোগ আৰু তাৰ চিকিৎসাৰ বিষয়ে নমুনা দিয়া হল।

থন্ক[৩] উঠা—ইতিৰোতা মানুহৰ বেমাৰ—স্তনৰ বেমাৰ—হঠাৎ তিৰোতাৰ থন্ক বা স্তন ডাঠ আৰু শকত হয় আৰু বিষক্ৰিয়া ঘটে। তেতিয়া তিৰোতা গৰাকী বিষৰ তাড়না সহ্য কৰিব নোৱাৰা হৈ পৰে। কবিৰাজে এন্ডা গছৰ পাতেৰে ঝাবিলে বিষ কমে মন্ত্ৰ ফাঁকিৰ নমুনা এনেকুৱা।

শাতালী পৰ্বতত বাঘ-বাঘিনী চৰে
ৰাম-লক্ষ্মণ দুই ভাই থুক ঝাৰে
আমো ঝকা থুক্কৰ বিষ
অসুৰে থুক্কৰ বিশ
থুক্কত নিস
( তিনিবাৰ পাঠ কৰি তিনিবাৰ ফুদিব ) ।

* পিছত ছুৰা ফাতেহা একবাৰ, ছুৰা মওছাৰ একবাৰ, ছুৰা এখলাছ একবাৰ আৰু দৰুদ তিনিবাৰ পঢ়ি ফুদিব । *

কেঁচুৱাৰ ওপৰত কোনোবা ভূত পিশাচৰ আচৰ বা দৃষ্টি পৰে। তেতিয়া সেই কেঁচুৱা কান্দিবলৈ ধৰে ঝিত[৪] হব নুখুজে, কান্দি কান্দি হায়ৰাণ হৈ পৰে। তেতিয়া কবিৰাজ মন্ত্ৰমাতি ঝাৰিবলৈ ধৰে। মন্ত্ৰটো এনেকুৱা—

সাত সমুদ্ৰত সিমলা গাছ
ভূত তুই
মোৰ ছাৱাক নাকান্দাবি
পৰেৰ ছাওৱাক কান্দাবি
দহাই ছুলেমান পযগম্বৰেৰ
মাথা খাবি ।

( তিনিবাৰ পাঠ কৰি তিনিটা ফুক দিব। পিছত দৰুদ দুবাৰ পাঠ কৰি দুবাৰ ফুক দিব )*

কোনোবা শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গও বিশেষকৈ হাত, ভৰি, ককাল আদিত বিষ হয়, আৰু বাতবিষো হয়। তেতিয়া কবিৰাজে তলৰ মন্ত্ৰ ফাঁকিৰে ঝাৰে—

নিশুত পাণ নিশুত চুণ
জহৰ বাত ঝাৰি কৰং খান খান
মোৰ কথা হেলী পেলী
আল্লা-ৰছুলেৰ মাত্তাং খাবি। (একবাৰ ফুদিব)

পিছত ছুৰা ফাতেহা ১ বাৰ ছুৰা কাওছাৰ ১ বাৰ, ছুৰা এখলাচ ১ বাৰ কৈ পঢ়িব আৰু ফুদিব ।*

গোৱালপৰীয়া জনজীৱনত এনে মন্ত্ৰৰ ব্যৱহাৰ অনেক আৰু

অলেখ আছে। আজিৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বহুল প্ৰচলনতো তন্ত্ৰ-মন্ত্ৰেৰে কৰা চিকিৎসাৰ প্ৰভাৱ যথেষ্ট আছে। এনে মন্ত্ৰেৰে মানুহৰ উপৰি জীৱজন্তুকো চিকিৎসা কৰা হয়।

## টোকা

| শব্দ | অৰ্থ |
|---|---|
| ১। ওঝা | বেজ |
| ২। ঝাৰা ফুকা | জৰা ফুঁদিয়া |
| ৩। থন্‌কো | স্তন |
| ৪। ঝিত হোৱা | চুপ হোৱা |
| ৫। মাত্তা | মূৰ |

• তৰা চিন দিয়া কথাখিনি মুন্সী মৌলবী বা জনা ব্যক্তিৰ পৰা জানি লব।

# গোৱালপৰীয়া লোক উৎসৱ
## বিষুৱা

বিষুৱা বা বেষমা অবিভক্ত গোৱালপাৰা বাসীৰ এক সুকীয়া লোক সংস্কৃতি। এই লোক সংস্কৃতি জিলাখনত ইতিহাস ঢুকি নোপোৱাৰ দিনৰে পৰা চহকী। জিলাখনত বাস কৰা বিভিন্ন জনগোষ্ঠীৰে ই সংমিশ্ৰণত সংস্কৃতি। অজ্ঞাত দূৰ অতীতৰ পৰা জাতি-বৰ্ণ ধৰ্ম নিৰ্বিশেষে সকলো জনগোষ্ঠীৰ লোকে বিষুৱা পালন কৰি আহিছে। বছৰৰ শেষ মাহ চ'তৰ সংক্ৰান্তিৰ দিনৰে পৰা নতুন বছৰৰ পাহিলা মাহ বহাগৰ ছ দিনলৈ মুঠ সাত দিন বিষুৱা হয়। এই সাত দিনৰ বিষুৱাক সাত বিষুৱা বোলে। সময়ৰ চক্ৰত ইয়াৰ পালন কাৰ্য্য অঞ্চল বিশেষে বিলুপ্তিৰ পথত যদিও জিলাখনত ইযাৰ সামুহিক প্ৰসাৰতা লয় পোৱানাই, বৰং বুলিবহে হৈছে দৰাচলৰে কৃষিজীবী গোৱালপাৰাবাসীৰ ই এক আদৰৰ উৎসৱ। বিষুৱা বুলিলেই জিলাখনৰ সম্পূৰ্ণ সুকীয়া আচাৰ অনুষ্ঠান কলা কৃষ্টি আদিৰ কথা মনলৈ আহে।

বিষুৱা বসন্তকালত অনুষ্ঠিত হয় বাবে ইযাক বসন্তোৎসৱো কব পাৰি। উৎসৱটোৰ জৰিযতে পুৰণি বছৰক বিদায় দি নতুন বছৰক আদৰি লোবা হয়। ইযাক আকৌ ঋতু উৎসৱো বলা হয়। শীত গুচি যায, বসন্তৰ আগমন হয়। লগে লগে কৃষকে প্ৰকৃতিৰ লগত সঙ্গতি ৰাখি এই ঋতু উৎসৱ বিষুৱা পালন কৰি নতুন বছৰক সাদৰে আহ্বান কৰে। ইপিনে বসন্তৰ পৰশত প্ৰকৃতি ৰাজ্য নতুন পাত আৰু ফুলেৰে জাতিকাৰ হৈ পৰে। গছৰ কুঁহিপাতৰ আৰে আৰে কুলি চৰাই সুৱলা মাতেৰে শব্দ কৰি আকাশ-বতাহ যেতিয়া মুখৰিত কৰে তেতিয়া মানুহৰ হীয়া পমি যায়।

গোৱালপাৰা জিলাত বিষুৱা পালন হোৱাদৰে দেশৰ দাক্ষিণাত্যত থকা কেৰেলা, তামিলনাডু, কৰ্ণাটক আদি ৰাজ্যতো

বসন্তোৎসৱ নতুন বছৰৰ প্ৰাৰম্ভনীতে পালন কৰা হৈ থাকে। অসমত বিহু হয় আৰু বাস কৰা বিভিন্ন জাতি যেনে বড়োই বৈশাগু, ডিমাচাই বিচু, মিজোই চাও চাৰকুট, হাজঙে লেৱটনা, ৰাভাই, বৈশাগ দোমাসী আদি নামেৰে নববৰ্ষৰ এই বসন্তোৎসৱ বিভিন্ন পদ্ধতিৰে পালন কৰে। গোৱালপাৰা বাসীৰ বিষুৱা বা বেৱমা পালনৰ এক সুকীয়া বৈশিষ্ট্য আছে। বিহুৰ দৰে ইয়াত নৃত্য গীত, বিহু গীত বা হুচৰিৰ আদিৰ ব্যৱস্থা নাই। ই কেতবোৰ লৌকিক আচাৰ আৰু লোক বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াৰ লোকাচাৰ আৰু লোক বিশ্বাসসমূহ গোৱালপৰীয়াই আন্তৰিক বিশ্বাস আৰু শ্ৰদ্ধা সহকাৰে পালন কৰে।

বিষুৱা গোৱালপৰীয়া জনগোষ্ঠীৰ এক সুকীয়া লোক সংস্কৃতি। এই সংস্কৃতি অতি বৈশিষ্ট্যপূৰ্ণ। ই বহুলাংশে মানুহৰ মানসিক, দৈহিক, লৌকিক, আধ্যাত্মিক আদি সকলো দিশতে বিশেষ প্ৰভাব পেলাই আহিছে। কৃষ্টি সংস্কৃতিৰ বাহক বিষুৱা বিশেষ তাৎপৰ্য্যপূৰ্ণ। এই সন্দৰ্ভত তলৰ কথাবোৰে সততে মন কৰিব পাৰি।

তাৎপৰ্য্য ঃ বিষুৱাত পুৰণি বছৰক বিদায় দি নতুন বছৰক আদৰি লোৱা হয়। বিগত বছৰৰ দিনবোৰৰ বিদায় কাৰ্য্যবোৰ লোকাচাৰ হোৱাৰ উপৰি যথেষ্ট নৈতিকতাপূৰ্ণ। লোকাচাৰ হিচাবে ইয়াকে পাব পাৰি যে যিহেতু বিষুৱা উৎসৱটো বসন্তোৎসৱ, কৃষি উৎসৱ গতিকে কৃষিৰ লগত সঙ্গতি ৰাখি কেতবোৰ আচাৰ অনুষ্ঠান, কলা-কৃষ্টি ইয়াত পালন কৰা হয়। অৱশ্যে এই অনুষ্ঠান সমূহ পূৰ্বে যি ধৰণে ৰূপ লৈছিল, বিভিন্ন কাৰণত বৰ্তমানে কিছু পৰিমাণে হলেও হ্ৰাস পাই আহিছে। কিন্তু তথাপি ঠাইবিশেষে ইয়াৰ যথেষ্ট প্ৰাদুৰ্ভাব আছে।

বিষুৱাত বছৰৰ বিদায়ৰ দিনা অৰ্থাৎ চ'তৰ সংক্ৰান্তিত থকা ঘৰ আৰু গোহালি ভালকৈ সাৰিসুৰি বাঢ়নি ডালৰে সৈতে জাবৰ-জথৰ খিনি আলিবাটত পেলাই ৰখা হয়। পানী ছটিয়াই বা মুচি ঘৰখন শুদ্ধি কৰি লোৱা হয়। এই আচৰণৰ জৰিয়তে

প্ৰত্যেকেই নিজৰ নিজৰ অন্তৰৰ জাৱৰ-জথৰ স্বৰূপ স্থিতি লোৱা মলিবোৰ যেনে পাৰস্পৰিক হিংসা, দ্বেষ, ঘৃণা আদি মনৰ পৰা বিদায় কিমান আৰু আত্মাৰ শুদ্ধি বিচাৰে। বাৰীখনৰ চাৰিও-ফালৰ দমথাই থকা আবৰ্জনা সমূহ পুৰি বা দূৰলৈ পেলাই দি পৰিষ্কাৰ কৰাৰ দৰে অন্তৰৰ পৰা দূষিত আবৰ্জনাবোৰ বিসৰ্জন দি মন পবিত্ৰ কৰে।

দেশখনৰ অন্যান্য কৃষি প্ৰধান অঞ্চলৰদৰে কৃষিজীৱী গোৱাল-পাৰা বাসী খাচকৈ হিন্দু সমাজে গৰু-গাইক অধিক প্ৰাধান্য দি সম্মান যাচে। সেই দি। গৰুক অধিক যত্ন কৰা হয়। গৰুক বিশেষ ধৰণে মাহ-হালধিৰে গাধুৱাই শিঙত মিঠাতেল ঘঁহি দিয়ে আৰু ডিঙিত নতুন পঘা আৰু মালা আৰে তদুপৰি দীঘলতিৰে লাহে লাহেকৈ কোবোৱা হয় এই বাবে যে দীঘলতিৰ কোবত গৰুৰ গাৰ জড়তা বিনষ্ট হয়। ই লোক বিশ্বাস। বিষুৱাৰ এক বৈশিষ্ট্য। এইদৰে কৃষিজীৱী গাঁৱলীয়া সমাজত গৰুক নানা ধৰণে সম্মান কৰা হয়। তিথি পাৰ্বণত গৰুৰ পঞ্চগব্য যেনে গাখীৰ, দৈ, ঘিউ, মূত আৰু গোবৰ ব্যৱহাৰ কৰি ঘৰ শুচি কৰা হয়। হিন্দু সমাজত বৈতৰণী পাৰ হওতে গৰু লাগে বুলি বিশ্বাস।

বিষুৱাৰ প্ৰথম দিনা ঘৰৰ গৰাকী বা কোনো লোকে ৰাতিপুৱা একো নোখোৱাকৈ বিশ প্ৰকাৰ গছলতাৰ ডাল-পাত-ছাল-লতা বা ফল ফুল সংগ্ৰহ কৰে সেইবোৰ বিশ ঢেকীয়াৰ পাত, নিম গছৰ পাত, নিচিন্তাৰ পাত, বেতৰ পাত, ভেটমালি কানশিশা, নৰসিংহৰ পাত, বাশকাৰ পাত, কাতুৰিৰ ফুল, নাগডেওনা, দীঘলতি, খাতলা, মাছিয়াতি, কালাবাশকা, ওদলাৰ ছাল, যাত্ৰা সিদ্ধি বেহু, গুন্দেৰপাখা, বনমালি আৰু ধান শিশা। ইয়াৰ প্ৰতিবিধৰ কিছু অংশলৈ সবুকৈ মুঠি বান্ধি ঘৰৰ ছালত, বাৰীৰগছত আৰু গোহালিত গুজি যোৱাটো পৰম্পৰা। ইয়াৰ জৰিয়তে বেমাৰ আজাৰৰ পৰা ৰক্ষা পোৱা আৰু গোহালিৰ জন্তু অ দি ম'হ, ডাহ আৰু আন আন ৰোগৰ পৰা হাত সাৰা একোটা লে.ক বিশ্বাস ই ঘৰ, বাৰী আৰু গোহালিৰ এক প্ৰকাৰ ৰক্ষা কবচ স্বৰূপ।

অসম আৰু ইয়াৰ অন্তভূমি পূৰ্বাপৰ গোৱালপাৰা জিলা হাবি-জংগল, নৈ-বিল, আৰু পাহাৰেৰে ভৰা। ইয়াত দৈত্য, ভূত, পিশাচ আৰু প্ৰেতৰ প্ৰাদুৰ্ভাব আছে। সেয়ে দোমাহীৰ দিনা ইয়াৰ লোকৰ বঙা-বগা কলা বৰণৰ সূতা কবিৰাজৰ হতুৱাই 'ঝাৰি' ফুঁকি জাপ পকাই বাহুত বা ডিঙিত বান্ধি লোৱাটোও এটা দস্তুৰ। তদুপৰি 'ছিকাই' বা 'সেকৈত' কেঁচা হালধি ঘাঁহ লৰা-ছোৱালীৰ কোমৰত বান্ধি লোৱাটোও এক প্ৰকাৰ নয়ম। কেঁচা-হালধিৰ ৰস আৰু তিতা খোৱা প্ৰথাও তেওঁলোকৰ মাজত আছে। তেওঁলোকে গছৰ পাত পানীত তিয়াই গা ধোৱে, ভেটমালিৰ কুঁহিপাত আৰু আনাৰসৰ আগৰ কুমলীয়া পাতৰ ৰস খায়। ইয়াৰ উপৰি বিষুৱাত বিভিন্ন শাক শুকাতি ৰান্ধি খোৱা চিৰা-চৰিত নিয়ম শাকবোৰ বিভিন্ন গছ বনৰ। যেনে ঢেঁকিয়াশাক, বেতৰ কুমলীয়া পাত, কচুৰ মাজিপাত, পালেংশাক, জোঙা কচুৰ গজালি, পুঁৱিডবনৰ গজালি, মাটিয়া ভেসসা, আমৰ কুমলীয়া ফল। মানুহৰ শৰীৰৰ বাবে এইবোৰ অতি উপকাৰী। তেওঁলোকৰ এই দিনত বিছনা বা গাৰুৰ তলত লাউপাত, নিমুপাত ৰখাটো এটা নিয়ম। ই লোক বিশ্বাস। লাউপাতে উৰহ কমায়। নিম-পাত আইৰ প্ৰতিশেধক।

সূৰ্য্যৰ ৰশ্মিৰ সতে মানুহৰ শৰীৰৰ নিবিড় সম্পৰ্ক। মানুহৰ শৰীৰৰ যাতে কোনো ধৰণৰ ক্ষয় ক্ষতি নহয় তাৰ বাবে বিষুৱাত সপ্ত ৰস খোৱাৰ নিয়ম ৰস কেইটা হয় নিম তিতাৰ ৰস, মৰাপাটৰ পাতৰ ৰস, নিশ্চিন্তাৰ ৰস, বাসকা তিতাৰ ৰস, বেতৰ মাজিৰ ৰস এই ৰস সেৱনত সাধাৰণ ৰোগ বেমাৰৰ পৰা হাত সাৰিব পাৰি। বিষুৱাত এই সপ্তৰস খোৱাটোও এটা বৈশিষ্ট্য। গৰমৰ দিনত বিছানি ব্যৱহাৰ কৰিব। তাৰ বাবে বিষুৱাৰ দিনা জমা কৰি ৰখা পূৰণি বিছনিখন ধুই-পখালি পৰিষ্কাৰ কৰি ৰখা হয়।

বিষুৱাত যে অকল আচাৰ-অনুষ্ঠানেই কৰা হয় এনে নহয়, ইয়াত আনুষ্ঠানিক ভাবে খেলা-ধূলাৰো আয়োজন কৰা হয়। বিষুৱা এক আনন্দৰ উৎসৱো। গাওঁৰ লৰা-ডেকাহঁতে একেলগ হৈ বিভিন্ন খেল খেলি অপাৰ আনন্দ লাভ কৰে। ইয়াত মানুহৰ

উপৰি জীৱ জন্তুৰ মাজত কুকুৰাযুঁজ, মহ যুঁজ, ঘোঁৰা দৌৰ, আদি অনুষ্ঠিত হয়। খেলত শৰীৰ চৰ্চা হয়। নতুন বছৰক আদৰিবলৈ যাওতে খেল-ধেমালিৰ দ্বাৰা জাতি-বৰ্ণ-ধৰ্মৰ সকলো শ্ৰেণীৰ লোকৰ মাজত অধিক মিলা-প্ৰীতি গঢ়ি উঠে। বৰ্ত্তমানে বিষুৱা উপলক্ষে অনুষ্ঠান পাতি গোৱালপৰীয়া বিভিন্ন লোক-গীত, লোক নৃত্য, কলা কৃষ্টি আদি প্ৰদৰ্শন কৰি বিষুৱাক জঁকাল কৰি তোলা হয়।

বিহুৱাৰ দিনত সমূহীয়া ভাবে চিকাৰ কৰা আৰু মাছ মৰা গোৱালপাৰা বাসীৰ আন একোটা বৈশিষ্ট্য। জাল যাঠি, জোং, খাপৰ আদিলৈ বয়সীয়াল আৰু অভিজ্ঞ লোক সকলে হাবি, জঙ্গল বা পাহাৰলৈ গৈ পহু চিকাৰ কৰে। সমূহীয়াভাবে এইদৰে পহু চিকাৰ কৰি অপাৰ তৃপ্তি আৰু আনন্দ পাবপাৰি। কিন্তু আজিৰ দিনত হাবি-বনৰ অভাবত পহু নাইকিয়া হৈছে, লগে লগে সংঘবদ্ধভাবে চিকাৰ কৰাও বন্ধ হৈছে। তথাপি আদিবাসী চাওতালি সকলৰ কিছুমানে ধনু-তীৰ লৈ দূৰবৰ্ত্তী পাহাৰলৈ গৈ পহুৰ পৰিবৰ্ত্তে 'শকৰা', নেউল আদি চিকাৰ কৰে।

আনহাতে অইন সময়ত গঞা ৰাইজে মাছ মাৰিলেও বিষুৱাৰ দিনত একো একো অঞ্চলৰ বহু গাওঁৰলোক সমবেত হৈ জাল, পল লৈ বিল বা নদীত মাছ ধৰিবলৈ যায়। একেলগে শ শ লোক লগ লাগি এনেকৈ মাছধৰা দৃশ্য আনন্দজনক। বৰ্ত্তমানে বিল-নৈ ওৰাং হোৱাত আৰু যি আছে মাছৰ বৃদ্ধি কমি যোৱাত বিষুৱাৰ দিনত এই বাহ মাৰা কামো উঠি যোৱাৰ দৰে হৈছে।

আগেযে কোৱা হৈছে যে বিষুৱা কৃষি উৎসৱ। কৃষিৰ লগত সংগতি ৰাখি গৰু, ৰাখাল, হালোৱা আদিক প্ৰাধান্য দি সামাজিক আচাৰ ব্যৱহাৰৰ উপৰিও ধৰ্মীয় অনুষ্ঠান জিলাখনৰ ঠায়ে ঠায়ে পতা হয়। সেইমতে জিলাখনৰ বিভিন্নঠাইত পূজা-পাৰ্বণো মেলাৰ আকৃতিত অনুষ্ঠিত হয়। ই গোৱালপৰীয়া লোক উৎসৱ। ৰাখাল পূজা এনে উৎসৱৰ পৰিচায়ক। গৰু গাইক সম্মান দেখুৱাই বিভিন্ন ঠাইত ৰাখাল ঠাকুৰৰ পূজা হয়। কৃষিজীৱী গঞা সমাজত ই অতি তাৎপৰ্য্যপূৰ্ণ।

পুৰণি গোৱালপাৰা জিলাখন এখন তীৰ্থভূমিহে। জিলা-

খনৰ ভৈৰাম আৰু পাহাৰবোৰৰ বিভিন্ন অংশত সিচঁৰিত হৈ থকা মঠ, মন্দিৰ, থান, দেৱালয় আদি সাত বিষুৱাত পূজা পাৰ্বণ অনুষ্ঠিত হয়। সেই উদ্দেশ্যে সেইবোৰ তিনি দিন, সাত দিন পোন্ধৰ দিন লৈকেও থাকে। অঞ্চলৰ আৰু জিলাখনৰ বিভিন্ন ঠাইৰ পৰা ভক্ত আৰু দৰ্শক দলে দলে আহি মেলাত যোগদান কৰি পূজা পাৰ্বণত অংশ গ্ৰহণ কৰি আত্মিক তৃপ্তি লাভ কৰে। ভক্ত সকলে মন্দিৰ আৰু দেৱালয়বোৰত পূজা কৰি বছৰৰ আগন্তুক দিনবোৰৰ কুশল কামনা কৰে।

সাত বিষুৱাত জিলাখনৰ আটাইতকৈ ওখ ভৈৰবচুড়াত প্ৰতি বছৰে ডাঙৰ মেলা হয়। আগনন তীৰ্থযাত্ৰী আৰু ভক্তই চুড়াৰ শিৱ মন্দিৰত পূজা কৰে। বগাৰিবাৰীৰ মহামায়া ধাম, শাল-কোচাৰ বুঢ়াবুঢ়ীৰ থান, ভুমেশ্বৰ পাহাৰৰ মন্দিৰ, বঙাইগাওঁৰ বাগেশ্বৰী মন্দিৰ গোৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰৰ মন্দিৰ, কৃষ্ণাইৰ টুক্ৰেশ্বৰী পাহাৰৰ দেবালয়, খগৰপুৰৰ মহাৰানীৰ থান, সাকাতি পাহাৰৰ আইশাকাতিৰ থান, আলোকঝাৰীৰ মহামায়া মন্দিৰ আদি পবিত্ৰ ঠাই সমূহ বিষুৱাৰ অন্যতম নিৰ্দশন। বসন্তকালত অনুষ্ঠিত হোৱা মেলাবোৰত সমূহীয়া ভাবে উপস্থিত হবলৈ যাওঁতে পাহাৰ বগোৱা হয়। এই পাহাৰ বগোৱা কাৰ্য্য বিষুৱা পালনৰ এটা পৰম্পৰা। ই হয়তো তাহানিৰ কালত ঋষি মুনি সকলৰ প্ৰচেষ্টাৰ ফল। এই পৰম্পৰা আজিও গোৱালপাৰা বাসীৰ মাজত বিদ্যমান।

বিষুৱা গোৱালপৰীযাৰ এক উল্লেখযোগ্য লোক কৃষ্টি। ইয়াৰ পৰিসৰ অতি বহল। ধৰ্ম ভাষা বা ৰাজনীতিযে সমাজ বা দেশৰ লোকক কিছু পৰিমাণে হলে ভাগ ভাগ কৰি ৰাখে। কিন্তু কৃষ্টি বা সংস্কৃতিযে সমাজ এখনক সংবদ্ধ কৰি ৰাখে ই সততে বাস কৰা সকলো জাতি, ধৰ্ম, বৰ্ণ সম্প্ৰদায়ৰ লোকৰ মাজত মহা মিলন ঘটায়, ঐক্য, শান্তি আৰু সম্প্ৰীতি অটুট ৰখাত সহায় কৰে। গোৱালপৰীয়া কৃষ্টিৰ বাহক বিষুৱাই গোৱালপাৰা বাসীক এক-তাৰ এনাজৰীয়ে বান্ধখুৱাই ৰাখিছে। বিষুৱা গোৱালপাৰা বাসীৰ নিজা কৃষ্টি। ই আমাৰ আপোনাকৈও আপোন।

সাংস্কৃতিক গতিশীলতা আছে। এইবাবে সময়ত সংস্কৃতিয়ে

পুৰণিত কিছু অংশ বাদ দি নতুনৰ কিছু গ্ৰহণ কৰে। আধুনিকতাৰ প্ৰভাৱত ই নতুন 'মোৰ' লয়। হলেও ই পুৰণিৰ মূল বিষ সমূহ পৰম্পৰাৰূপে স্থায়ী ৰূপত ধৰি ৰাখে। বিজ্ঞান সম্মত আৰু চিকিৎসাভিত্তিক আচাৰ-অনুষ্ঠান বোৰ আমাৰ মাজত সদায় ৰৈ থাকিব।

বিষুৱা নৈতিকতাৰ পৰিচায়ক। পাৰম্পৰিক মনামানিৰ স্থান ইয়াত ব্যাপক। ডাঙৰে সৰুক মৰম কৰা, আশীৰ্বাদ দিয়া আৰু সৰুই ডাঙৰক সন্মান কৰা, ভক্তি কৰা আদি বৃদ্ধি হয়। সমনীয়াবোৰে বন্ধুভাৱত এজনে আনজনক সাবটি লয়। সমাজৰ এই মনামানি কিমান আনন্দদায়ক।

বিষুৱা পালনত বৰ্ত্তমানে বহু ঠাইত ইয়াৰ লোকাচাৰ লোক বিশ্বাস আৰু লোক কৃষ্টি সমূহ লুপ্ত হোৱাৰ উপক্ৰম হৈ উঠিছে। ই আধুনিকতাৰ প্ৰভাৱৰ ফল মাথোন। তাতে আকৌ কোনো নিজৰ ঐতিহ্যপূৰ্ণ কৃষ্টি-সংস্কৃতিক প্ৰাধান্য দি পালন কৰাটো সংকীৰ্ণতা ৱিবেচনা মনে কৰি তাৰ পৰিবৰ্ত্তে ধাৰ কৰা সংস্কৃতিৰ প্ৰতি মোহ গৈ নিজকে বলীয়াল ভাবাপন্ন কৰি তোলা বৃদ্ধি হৈছে। কিন্তু অন্যান্য কৃষ্টি-সাংস্কৃতিৰ তুলনাত গোৱালপৰীয়া বিষুৱা কোনো গুণেই কম নহয়। গোৱালপৰীয়া লোক কৃষ্টি বিষুৱাৰ তাৎপৰ্য্যসমূহ মুকলি অন্তঃকৰণে আৰু সূক্ষ্ম ভাবে অনুধাৱন কৰিলে বিষুৱা পালনৰ গুৰুত্বৰ প্ৰতি জ্ঞান-চক্ষু মেলখাব নিশ্চয়। সংস্কৃতি গতিশীল যদিও সূক্ষ্ম অনুধাৱনৰ জৰিয়তে শিষ্টাচাৰ, নৈতিকতা, আধ্যাত্মিকতা আদিৰ বাহক বিষুৱা গোৱালপৰীয়া কৃষিজীৱী লোকসমাজত চিৰ জাগ্ৰত হৈ ৰব।

# পুষণা

গোৱালপাৰা জিলাত পুহ মাহৰ সংক্ৰান্তিত আৰু মাঘমাহৰ পহিলা দিনা পুষণা পৰ্ব পালন কৰা হয়। ইয়াক দোমাসী বুলিও কোৱা হয়। অসমীয়াত সেয়া মাঘবিহু বা ভোগালী বিহু। শালি ধান ছপোৱাৰ পিছত ঘৰে ঘৰে পুষণা কৰে। ই সমূহীয়া পৰ্ব নহয়। আকৌ জিলাখনৰ সকলো ঠাইতে এই পৰ্ব একে ধৰণে পালন কৰা নহয়। অঞ্চলভেদে ইয়াৰ পালন কৰা পদ্ধতি ভিন্ ভিন। পুহৰ সংক্ৰান্তিত ঘৰে ঘৰে ভেলা ঘৰ বনায়। ভেলাঘৰ নৈৰ পাৰত বা মুকলি পথাৰত তৈয়াৰ কৰে। ৰাতি পুৱাওতে নোপুৱাওতেই ঘৰৰ আটায়ে উঠি গা ধোৱে আৰু ভেলাঘৰত জুই দি অগ্নিদেৱতাক পূজা কৰি জুই পুৱায়। পিছত ঘৰ সোমাই চিৰা-সান্দোহ-পিঠা খায়। গোহালীত থকা গৰুকো পিঠা খুৱায়। ঠাই বিশেষে গৰুক নদী বা বিললৈ লৈ গৈ গা ধুৱায়। পিছত ঘৰলৈ আনি চিতুৰা বা গড়গড়ী পিঠা খুৱায়, শিঙত তেল দিয়ে, গাত পানীত মিহলা পিঠাগুৰি চিলুমেৰে ফোট দি নতুন পঘা পিন্ধায়।

পুষণাত আঠকাড়াই খোৱা হয়। তিল, বৰা চাউল, মাটিমাহ, মগুমাহ, কুলটি কালাইকে আদিকৰি আঠবিধ শস্য একেলগে খোলা বা চাপৰিত ভাজি আঠকাড়াই প্ৰস্তুত কৰা হয়।

পুষণা বা দোমাসীত মাগন প্ৰথাৰ ব্যৱস্থা আছে। সেইদিনা সাধাৰণতঃ সৰু সৰু লৰা ছোৱালীয়ে ঘৰে ঘৰে চৌৰৰ, তাল লৈ গীত গাই গাই চাউল বা পইচা মাগি ফুৰে। কেতিয়াবা কেতিয়াবা ডেকা বা বয়সীয়া লোকেও মাগে। এই মাগন কাৰ্য্যক পুষণা মাগা বা দোমাসী মাগা বুলি কয়। দোমাসী মাগা গীতবোৰ সচৰাচৰ পদ্মপুৰাণ বা ৰামায়ণৰ কাহিনীৰ আধাৰত গোৱা হয়। ৰাখলবোৰেও সোনাৰায় পূজাৰ বাবে ঘৰে ঘৰে গীত গাই গাই পুষণা মাগে। পিছত সকলোৱে ভাগে ভাগে দল বান্ধি নৈৰ

পাৰত বা মুকলি ঠাইত একেলগে মিলি ভোজভাত খায়। বাখলবোৰে সোনাৰায় পূজা অর্চনা কৰে।

জিলাখনৰ সকলো ঠাইত পূৰণা প্ৰথাৰ প্ৰচলন নাই। সেইবোৰ ঠাইত লোক বিশ্বাসমতে গছ বন্ধন কাৰ্য্য সম্পাদন কৰে। গছত যাতে ফল বেচিকৈ ধৰে, ফল ধৰিলে যাতে নসৰে, পোক-পৰুৱাই যাতে আক্ৰমণ নকৰে বা পঁচি নাযায় তাৰ বাবে একে বিশ্বাসতে বাৰীৰ ফল ধৰা গছবোৰ বান্ধি দিয়া হয়।

দোমাসী মাগিবৰ সময়ত এজনে হাতত চৌৰৰ লব আৰু এজনে তাল লব। চৌৰৰ লোৱা জনে এফালে থাকিব আৰু তাল লোৱা জনেৰে সৈতে বাকীবোৰ বিপৰীত ফালে থাকিব। পিছত চৌৰৰ ঘূৰাই আৰু তাল বজাই অগা-পিচাকৈ পদ্মপুৰাণ বা ৰামায়ণৰ কাহিনী গীত আকাৰে গাব। তলত তেনে গীতৰ কেইটামান নমুনা দিয়া হল।

১। অ বন্দুং শ্ৰীৰামেৰ চৰণে
ৰাজসভা চাৰিয়া ৰাম
বনবাসে যায়।
মাথায় হাত দিযা সবে
কৰে হায় হায়।
ভীষণ জঙ্গলেৰ মাজে
নেদেখিয়া সূৰ্য্যৰ কিৰণ
মাথায় হাত দিয়া সীতা
কান্দে ঘন ঘন।
হে ৰাম।

২। হৰ ধনু ভাঙে ৰাম সীতা স্বয়ম্বৰে
পৃথিবীতে আছে যত ৰাজা মহাজন
জনকে কৰে সবাকে স্বয়ম্বৰে নিমন্ত্ৰণ
বিশ্বামিত্ৰকে সঙ্গে নিয়ে যায় ৰাম-লক্ষ্মণ
ৰাক্ষস বধিয়া কৰে দেৱতা ৰক্ষণ
সবাকে চমক লাগায় মিথিলাত যায়া
সীতাকে বিবাহ কৰে হৰ ধনু ভাঙেয়া
হে সীতা।

৩। পখী কৰে ৰু ৰু
তাল গাছে গোঁৰব কৰে
বিনা বাতাসে লৰে
কল গাছে গোঁৰব কৰে
একে চৰায় মৰে।
পখী কৰে ৰু ৰু

৪। হনু কান্দেৰে কান্দে
ৰাম কান্দে লক্ষ্মণ কান্দে কান্দে বনের ভাই
ডালত চাঁৰিয়া হনু কান্দে সীতা মাও নাই
দীঘলা জাপ দিয়া হনু লঙ্কাপুৰী যায়
সোনাৰ লংকা দেখিয়া হনু চুর্ত্তি হাৰায়
হনু কান্দেৰে কান্দে
হে হনু।

# কাতিগাছা (কাতি বিহু)

আহিন মাহৰ শেষত সূৰ্য্যৰ তুলাৰাশিৰ সংক্ৰমণত কাতিগাছা অনুষ্ঠিত হয়। ৰাজ্যখনৰ অন্যান্য অঞ্চলত ই কাতিবিহু বা কঙালী বিহু হিচাপে জনাজাত। এই সময়ত মানুহৰ ঘৰৰ শস্যৰ ভাণ্ডাৰ শূন্য হৈ পৰে আৰু অহা দিনত শস্যৰ ভাণ্ডাৰ[1] পূৰ্ণ কৰাৰ উদ্দেশ্যে পথাৰৰ মালক্ষ্মীৰ নামত নৈবেদ্য আগবঢ়ায়। এই তিথিত শস্যৰ পথাৰত চাকি জ্বলোৱা হয়। কাঠ বা বাঁহেৰে তৈয়াৰ কৰা গাছাৰ[2] ওপৰত চাকি ৰাখি জ্বলোৱা হয় বাবে এই তিথিক কাতিগাছা বোলা হয়। পথাৰত চাকি জ্বলোৱাৰ উপৰি সন্ধিয়া প্ৰতি ঘৰে ঘৰে তুলসীৰ গুৰিত চাকি দিয়া হয়, বাৰী চিকুণোৱা হয় আৰু অনিষ্টকাৰী পোক-পৰুৱাই যাতে খেতি পথাৰৰ শস্য ক্ষতি কৰিব নোৱাৰে তাৰ বাবে প্ৰাৰ্থনা কৰা হয়। দৰাচলতে এই তিথিত প্ৰকৃতিক পূজা কৰা হয়। সেই দিনা লখিমীক আদৰিবৰ উদ্দেশ্যে ওখকৈ ৰখা বাঁহৰ ওপৰত চাকি বান্ধি আকাশবন্তি প্ৰজ্বলন কৰা হয়।

কাতিগাছা এক পুণ্য তিথি। ঠায়ে ঠায়ে এই উদ্দেশ্যে নাম-কীৰ্তনো গোৱা হয় আৰু থকা ঘৰ, পদূলি, বাৰী, গোহালী, ঠাকুৰ ঘৰ আদিত ধূপ-ধূনা জ্বলোৱা হয়। সৰু সৰু লৰা-ছোৱালীবোৰে হাতত চাপৰ মাৰি তুলসীৰ চাৰিওফালে ঘূৰি নাম ধৰে।

আকৌ খেতি পথাৰত বন্তি দিয়াৰ সময়ত চিঞৰি চিঞৰি গায়—

সগাৰে[3] ধান আউল বাউল[4]
আমাৰ ধান সিধায়[5] চাউল

গোহালীত বন্তি দিয়তে গায়—

সগাৰে গৰু লেঙেৰা ভেঙেৰা
আমাৰ গৰু ভইসেৰ[6] পাৰা

বাৰীত চাকি জ্বলাওতে গায়—
সগাবে গদ্রো মদনীয়া মদনীয়া
আমাৰ গদ্রো বেল হেনা[৭]

---

## টোকা

(১) ভাণ্ডাৰ—ভঁৰাল
(২) গাছাৰ—ঠগি
(৩) সগাবে—সকলোৰে
(৪) আউল-বাউল—বিশৃঙ্খল
(৫) সিধায়—পোনে পোনে
(৬) ভইস—মহ
(৭) হেনা—নিচিনা

# এউৰী মাগন

গোৱালপাৰা জিলাত এউৰী বা অ'ৰি মাগন প্ৰথা প্ৰচলিত আছে। আঘোণ মাহৰ পূৰ্ণিমা তিথিত লৰা-ছোৱালী আৰু ডেকাসকলে দলবান্ধি ঘৰে ঘৰে গীত গাই গাই চাউল আৰু পইচা মাগি ফুৰে। এউৰী মাগোতে গোৱা গীতবোৰক এউৰীমাগা গীত বা অ'ৰী মাগা গীত বোলে। অ'ৰী গীতবোৰ কোনে কেতিয়া ৰচনা কৰিলে সেই বিষয়ে কোনো আঁতি-গুৰি বিচাৰি পোৱা নাযায়। পিছে গীতবোৰ অতি পুৰণি দিনৰে পৰা মুখে মুখে গাই অহা হৈছে। গীতবোৰে তাহানি দিনৰ সমাজ জীৱনৰ একো একোটি চিত্ৰ ডাঙি ধৰে। সমাজত বাসকৰা লোকৰ অৰ্থনৈতিক অৱস্থা, চিকিৎসা ব্যৱস্থা পূজা অৰ্চনা, প্ৰকৃতি ৰাজ্যৰ ফল-ফুল, গছ-লতিকা, মানুহৰ আচাৰ-ব্যৱহাৰ আদিৰ উমান পাব পাৰি।

আঘোণ মাহত খেতিয়কে নতুন ধান কাটিবলৈ লয়। তেতিযা মানুহৰ খোৱা-লোৱাৰ অভাৱ গুচে। লৰা আৰু ডেকাবোৰে এউৰী মাগি যথেষ্ট ধান, চাউল আৰু পইচা পায় আৰু তাৰে ভোজভাত খায়। এউৰী মাগা গীত গোৱালপাৰা জিলাৰ চহা জন-গণৰ লৰা-ডেকাৰ ওচৰত অতি জনপ্ৰিয়। গীতবোৰে গোৱাল-পৰীয়া সংস্কৃতিৰ বাহক ৰূপে সদা-সৰ্বদা বিস্তৃতি লাভ কৰি আহিছে। তলত এউৰী মাগা গীতৰ কেইটামান নমুনা ডাঙি ধৰা হল।

১। আইলং ৰে ভাই অৰণে—
মাও লক্ষী চৰণে
মাও লক্ষী দিছে বৰ
ধান কুলাটা বাইৰ কৰ
ধান দিবি না খৰি দিবি
খৰি দিলে লাৰি ভাৰি

অৰি ৰে হাপাং পাং
এক কুলা ধান পাং
আগ দুৱাৰত দুগুলা বুন
ধান ফেলাবি এক দুন
আগিনাতো দুগুলা বুন
হেচেয়া দিবি এক দুন
আগ দুৱাৰত কলাৰ মুৰা
ধান ফেলাও এক পুৰা।

২। অ'ৰি অ'ৰি
হিন্দোল গাছেৰ পয়টা
মশা মাৰং ছয়টা
মশাৰে তেলে
বাৰ বাতি জ্বলে
বাৰ বাতি তেৰ কামি
বছৰে বছৰে মাগং আমি
বছৰেৰ খেলা
আমি নাকৰং হেলা
আইৰে মাওৰে
ভিক্ষা দেক যাংৰে।

৩। অ'ৰি অ'ৰি
আইলং গিৰস্তেৰ বাৰী
লাউৰ পাত ঝালা লাউ
তাক খায়া নিন্দ পালাও
নিন্দখানি হাসেৰে
চকুখিনি নাচেৰে
চকু ছিপা লোহাৰ বীজ
মাগিয়া আনলুং ধান শীষ
ধান বীচ পায়া
ভেইনা ৰাখলুং চায়া

সেই ভেইনা নাবায় হাল
সোণাৰ নাঙল ৰূপাৰ ফাল
হাল বোৱায় শিৱলে
মৈ দেয় পাটে
মৈৰ পাক কৰালো
কেৰ কোঁৱিয়া ঘাটে
আগ দুৱাৰত কোলাৰ মুৰা
ধান ফেলাও দুই পুৰা

৪। অ'ৰি অ'ৰি
অ'ৰিৰে হাপাং পাং
এক ছিলুম গাঞ্জা খাং
গাঞ্জা খাযা হৈল ৰাতি
অ'ৰি মাগিম সাৰা ৰাতি
আগিনাত দুগুলা বুন
ধান ফেলাও এক দুন
ধান কলসী পিতলেৰ ঘটি
ওলেযা আযৰে বাপেৰ বেটী

৫। আইলং ৰে অৰণে
মাও লক্ষী চৰণে
মাও লক্ষী দিলা বৰ
ধান টোপাটা বাইৰ কৰ
লাউ ঝাও ঝাও কলৰ শাৰী
লাউৰ পাত চিলা লাউ
তাক খায়া নিন্দ পালাও
পন্তাভাত চিলমিলায়
আমাৰ বাপু হৰ খেলায়
পন্তাভাত খল খলায়
আমাৰ লাঙ্গল ডাং খেলায়
গুৱা খায়া না খায় চুণ
ঝকৰা ভাতত ঢালে নুন

ফ্যাটিয়া আন আগলাতি পাত
বাড়িয়া দে মোক আমোল ভাত
আমোল ভাত হাউৰা ডাউৰা
তাত পইল সাতকুৰি কাউৰা
সাতকুৰি কাউৰাৰ লাকৰি পেট
কুন গোলামেৰ হাড়িয়া পেট
হাড়িয়া পেটত মাৰলুং গুৰি
ছাওৰা হইল তাৰ আঠাৰো কুৰি
সউগ ছাওৰা গেইল ভিতাভিতি
এক ছাওৰা ৰইল মোৰ কাতি
ছাওবাক ধৰি মাৰলুং পাক
ছাওৰা কয়ৰে বাপৰে বাপ ।

# নিন্দালী

গোৱালপৰীয়া লোকগীতত নিন্দালী বা নিচুকনী গীতো উল্লেখযোগ্য। কেঁচুৱাক কেন্দ্র কৰি এই গীত গোৱা হয়। কেঁচুৱা কান্দে। কেঁচুৱাৰ কান্দোন হয় ভোকত, ভয়ত বা আৰামৰ অভাবত সুখ পাবৰ বাবে। শিশু দৰদী মাকে শিশুৰ কান্দোন সহিব নোৱাৰে। শিশুৰ কান্দোন শুনাৰ লগে লগে আলফুলকৈ কোলাত তুলি লৈ ঝিং[১] কৰাবলৈ যত্ন কৰে। মাকৰ লগে লগে বুঢ়ী আই বা ধাতৃ অথবা বায়েকে নানা কৌশলেৰে শিশুক নচুৱাই বা ঝোকাই[২] কেঁচুৱাক শান্ত কৰি টোপনি নিয়ায়। ৰাতি বহু পৰলৈ উজাগৰে থাকিলে গীত গাই শিশুক শান্ত কৰে আৰু টোপনি নিয়াবলৈ চেষ্টা কৰে। এনে গীতক নিন্দালী বা ছাওয়া ভুৰুকা গীত বোলে। ঘৰৰ পৰিয়ালৰ লোকে শিশুক কোলাত বা বোকাত লৈ নাইবা বিছনাত শুৱলৈ দি নিন্দালী গায়। নিন্দালীৰ বিষয়বস্তু বা অৰ্থৰ গভীৰতা নেথাকিলেও প্ৰয়োগৰ ফালৰ পৰা ইয়াৰ প্ৰাসঙ্গিকতা অনেক বেঁচি। এই গীত কম-বেচি পৰিমাণে সকলো লোকে সকলো ঠাইতে গাই অশান্ত শিশুক শান্ত কৰে আৰু টোপনি নিয়ায়। গোৱালপৰীয়া জনজীৱনত এই গীতৰ প্ৰভাব যথেষ্ট আছে। গীতৰ ভাষা অতি সহজ আৰু সৰল, সুৰো মধুৰ। বুজি পাওক বা না পাওক গীতৰ সুললিত সুৰে শিশুৰ শ্ৰৱণ ইন্দ্ৰিয় স্পৰ্শ কৰে। ফলত শিশু শান্ত হয়—বিছনাত টোপনি যায়। গীতত শিশু-সুলভ ভাব অনুভূতিৰ বিকাশ ঘটে। গীতত সুৰ আৰু তালৰ মিল থাকে। বিভিন্ন অঙ্গী-ভঙ্গীৰে নিন্দালী গোৱা হয় যাতে কান্দি থকা শিশুই মনত আনন্দ আৰু সুখ লাভ কৰিব পাৰে।

লোক গীতত চহকী গোৱালপাৰা জিলাত নিন্দালী বা ছাওৱা ভুৰুকা গীত অলেখ আছে। মানৱ সভ্যতাৰ বিকাশৰ লগে লগে এই গীতবোৰ মুখে মুখে গোৱা হৈ আহিছে। প্ৰকৃতিৰ মাজত সততে দৃশ্যমান হোৱা জীৱজন্তু, চৰাই-চিৰিকতি, জোন-

বেলি-তৰা, ফল-ফুল, নৈ-বিল-জুৰি আদিৰ লগত শিশুৰ আনন্দসুলভ মন-প্ৰাণ আকৰ্ষণীয় কৰি তোলা হয়। আকৌ বিভিন্ন খেল-ধেমালিৰ মাজেৰেও শিশুমনত আনন্দৰ লহৰ সিচৰাই দিয়া হয় নিন্দালীৰ জৰিয়তে। গোৱালপৰীয়া সমাজ জীৱনত এই নিন্দালী লোকৰ মুখে মুখে বিৰাজ কৰি আছে। তলত কেইটামান বুটলি আনি পাঠক সমাজৰ আগত ডাঙি ধৰা হল।

১। আমাৰ বাবা ভাল
পিন্দে ফাৰা জাল
ঘৰে ঘৰে বিচৰি বেৰায
কুন বুঢ়ীটা ভাল
আমাৰ বাবা ঘুম যায় ৰে।
জিলাখনৰ পশ্চিম অঞ্চলত গায—
আমাৰ বাপই ভাল
পেন্দে ফাৰা জাল
সাৰা বাৰী উটকি বেৰায়
কুন বুঢ়ীটা ভাল
আমাৰ বাপই ঘুম যায ৰে।
কেঁচুবা ছোৱালী হলে—
আমাৰ মাইঁঅ ভাল
পিন্দে ফাৰা জাল
ঘৰে ঘৰে বিচৰি বেৰায়
কুন বুঢ়াটা ভাল
আমাৰ মাইঁঅ ঘুম যায ৰে।
২। আয়ৰে নিন্দবালী আয আয়
আমাৰ একনা বাবা / মাইঁঅ আছে
তাকো নিয়া যা
তুইয়ো চাইৰটা ঘুগুৰা পিন্ধেক
মুইয়ো পিন্ধোং আয়
ঘুগুৰা বাজে ঝুনুক ঝনাক

কইনা চায় শাৰী
আঠ মণ্ডলা নাই ভাইগুতে
সগায় পেৰায় গালি
হাটেৰ নিন বাটেৰ নিন
চৌক ভৰেযা আয় নিন
আমাৰ বাবা / মাইঅ নিন যায
বাবা / মাইঅ নিন গেইছে।

৩। আযৰে চান মামা আয
ঘুম নিয়া আয
দুধ দিম ভাত দিম
চাঙেৰ তলত বান্ধি থুইম
গাই বিযাইলে বাছুৰ দিম
ধান কাটিলে পাতান দিম
আমাৰ মাইঅ'ৰ / বাবাৰ মাথাত
টিকি দিম। আয ঘুম আয়।

৪। উলু লু মাদাৰ ফুল
কইনাৰ বাৰী কত দূৰ
কইনা আছে সাজিয়া
দামান আসিল ঘামিয়া
ধৰ ছাতা টানিযা
গামিছা আছে ছাতাৰ উপৰ
তিনো বইনেৰ তামাছা
আয় নিন আয়, তোমাৰ বাবা / মাইঅঅ নিন গেইছে।

৫। মাও মাও
নদী নাযাবু
ফেউ কাইন্দ্ছে
দুই শিালেৰ মাথা
যোবা লাইগ্ছে
একনা বামুনঠাকুৰ
আৰ একনা টিয়া

টিয়াৰ বেটীৰ বিয়া
নীল শাৰী কনা দিয়া
খেতা মাথাত দিয়া
আমাৰ মাইঅৰ / বাবাৰ ঘুম আইসছে,

৬। আইসোৰে নিন্দবালী আইসো
বইসোৰে কাছে
আমাৰ ময়না বিছনাতে আছে
ঘাটেৰ নিন্দ বাটেৰ নিন্দ
বিছনাত পৰিয়া কান্দে
আমাৰ মযনাৰ চকু আইসে আন্দে।

৭। হাত্তী আলাৰে পাণ খায়া যা
আমাৰ একনা মাইঅ / বাবা আছে
তাকো নিয়া যা
পাণ দিম চুণ দিম আৰু দিম গুৱা
আমাৰ মাইঅৰ ঘুম আইসছে।
নাযাইস তুই নিয়া।

৮। উলু উলু উলু
বাছা ঘুম আয়ৰে
আমাৰ নীলমণি বাছা
ঘুম আযৰে
কুণ্ঠে গেইল ছালা ধৰা
ঘুম আয়ৰে
আমাৰ নিন্দবালী
ঘুম আইসছে।

৯। আয়ৰে ঘুমানী মাসী
ঘুম দিয়া যা
বাটা ভৰা পাণ সুপাৰী
গাল ভৰেয়া খা
বিছনা পাৰি থুইছুং মুই
ঘুমিয়া নিন্দ যা

বায়ো নাচে ধাযা
শিদল-শুকতা খায়া
কুটি কোনা হাতে আসলু বায়ো
কোকৰ শোকৰ হয়া
আমাৰ মাইঅ / বাবা ঘুম যায় ৰে
ঘুম আইসচে।

১০। আয়ৰে নিন্দবালী আয় আয়
ঘাটেৰ নিন্দ বাটেৰ নিন্দ
আমাৰ মাইঅৰ চকুত আয়
দাউৰিয়া দাউৰিয়া আয়
ইৰ হুৰেয়া আয়
ঝাপে ঝাপে আয়
মাইঅ / বাবা আমাৰ ভাল
পিন্ধে ফাৰা জাল
খায় গোটা লাৰু
হাতত পিন্ধে খাৰু
মাইঅ / বাবা আমাৰ
ঘুম আইসচে।

১১। আয়ৰে ঘুমানী আবু আয
আমাৰ বাবা / মাইঅ ভাল
ঘুৰি ঘুৰি নিন্দ যায়
চোকেয়াৰ বেটী চোকেযা
ধান নাখাবি পকেয়া
ধান নাখাইলে চিৰা দিম
ডালত পৰি খাবি
তেলি দিব তেল গামছা
মালি দিব ফুল
যাৰখিনি বিয়া হয়
বুঢ়ী কুবাব ঢোল
আয়ৰে ঘুম আয়
আমাৰ বাবাৰ / মাইঅৰ ঘুমে আইসেচে।

# গোৱালপাৰা জিলাত নাওখেল আৰু লাঠীখেল

কলা-কৃষ্টিৰে ভৰা ৰাজ্যখনৰ আন আন জিলাৰ দৰে গোৱাল-পাৰাৰো কলা কৃষ্টি অনেক অলেখ। তাৰে ভিতৰত নাওখেল আৰু লাঠীখেলো উল্লেখযোগ্য। এই দুয়োবিধ খেল বহুত পুৰণি। সৰ্ব্বসাধাৰণ লোকৰ মাজত এই খেল বহুলভাবে প্ৰচলিত আছিল যদিও পূৰ্ব্বে ব্যয়বহুল এই খেল সমাজৰ চহকী আৰু সম্ভ্ৰান্ত লোকৰ উদ্যোগত প্ৰতিষ্ঠা লাভ কৰিছিল।

**নাওখেল** ঃ—গোৱালপাৰাৰ সোঁমাজেৰে মহানদ ব্ৰহ্মপুত্ৰ বৈছে। এই নদৰ দুয়ো পাৰে ভালে কেইখন উপনৈ আহি ইয়াৰ সতে মিলিত হৈছে। বাৰিষাৰ সময়ত নৈবোৰ পানীৰে উপচি পৰে। নৈবোৰত সৃষ্টি হোৱা ঢৌৰ হিল্লোলৰ লগে লগে মানুহৰ প্ৰাণত বৰ্ষাৰ আনন্দৰ খলকনি উঠে। পানীৰ লগত পীৰিত লগাবলৈ নাও আৰু ভেলত উঠি খেলা কৰে। মানুহৰ অন্তৰত উদ্ভৱ হোৱা আনন্দৰ ঢৌবোৰ প্ৰকৃতিৰ বুকৰ সৈতে মিলাই দিবলৈ ঘৰৰ পৰা বাজনৈ ওলাই আহে। তেওঁলোকে নাও আৰু ভেলত উঠি পানীৰ সোঁত আৰু ঢৌৰ ছেৰে ছেৰে বঠা বাই বাই গীত গায়—

বইঠা মাৰো বইঠা মাৰো
ও বাইছাল ভাইয়া ৰে
ঝাৰিয়া বইঠা মাৰিযা যাওৰে।
এলা কেনে বাইছাল ভাইযাৰে
ও নৌকা আউগায আৰ পাউছায ৰে।
ময়েন গাছেৰ নৌকাৰে তাৰ
পবন সুতাৰ বইঠাৰে
ও বাইছাল ভাইযাৰে
ঝাৰিয়া বইঠা মাৰিযা যাওৰে।

গোৱালপাৰা জিলাৰ এসময়ত নাও খেলৰ বাবে প্ৰসিদ্ধ আছিল। বিশেষকৈ চৰ অঞ্চলত ইয়াৰ প্ৰতিপত্তি আছিল অতি

বোঁচ। বাৰিষাৰ সময়ত চৰ অঞ্চল পানীৰে পৰি ভৰি বহুদিন-লৈকে একাকাৰ হৈ থাকে। সেই সময়ত নাৱ বা ভেলেই চৰবাসীৰ একমাত্ৰ বাহন। নাৱ বা ভেল চলোৱাত লৰা ডেকা-বুঢ়া আটায়ে সিদ্ধ হস্ত। বাৰিষা বতৰৰ কোনো নিৰ্দিষ্ট দিনত তেওঁলোকে নাৱ খেল পাতে। কেতিয়াবা আকৌ প্ৰতিযোগিতাৰ ব্যৱস্থাও কৰে। তেনে সময়ত কাম-বন পেলাই থৈ নিজৰ নিজৰ নাৱলৈ প্ৰতিযোগি-তাত আহি যোগদান কৰে। নাও খেলৰ সময়ত খেলুৱৈ সকলে নানা তৰহৰ গীত গাই গাই নাও বায় আৰু মনত অপাৰ আনন্দ উপভোগ কৰে।

গোৱালপাৰা জিলাৰ কোনো কোনো অঞ্চলত নাও খেলৰ চৌখিন মুখিয়াল ব্যক্তি থাকে। তেওঁলোকে নিজকে সমাজত মুখ্যৰূপে প্ৰতিষ্ঠিত কৰিবৰ বাবে ঘৰত খেলৰ বাবে নাও ৰাখে। এই নাও ৫০/৬০ হাতলৈকে দীঘল থাকে। গঠনত খেলৰ নাও-বোৰ দুই ধৰণে তৈয়াৰ কৰা হয়—তক্তাৰে বনাই নাইবা সম্পূৰ্ণ গছকে খান্দি। তক্তাৰে বনোৱা নাওক "কোসা" নাও বোলে। পাহাৰ বা হাবি অঞ্চলৰ পৰা প্ৰকাণ্ড গছকে খান্দি নাও তৈয়াৰ কৰা হয়। এই প্ৰকাৰ নাৱক 'সোৰোঙা' নাও বোলে। সোৰোঙা নাওবোৰ, কোসা নাৱতকৈ পানীত বোঁচ চলে।

জিলাখনত নাওখেল সাধাৰণতঃ জেঠ মাহৰ পৰা আহিন মাহৰ ভিতৰত নৈ পানীৰে ভৰি পৰিলে নাও খেলৰ প্ৰতিযোগিতা অনুষ্ঠিত হয়। সেইদিন নাওখেল উপভোগ কৰিবলৈ নৈৰ পাৰত হেজাৰ হেজাৰ লোকৰ সমাগম হয়। খেলৰ ক্ষেত্ৰটো লোকে লোকাৰণ্য হৈ পৰে যেনিবা এখন বিৰাট মেলাহে। জাতি ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো শ্ৰেণীৰ লোকৰ ই হৈ পৰে মিলন ক্ষেত্ৰ।

প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা নাও বোৰৰ কিছুমান দীঘল আৰু কিছুমান সৰু থাকে। দীঘল নাওবোৰ ৮০/১০০ হাতলৈকে হয়। কোনে কিমান দীঘল আৰু কিমান ৰংচঙেৰে নাও সুসজ্জিত কৰি সজাব পাৰে তাৰো প্ৰতিযোগিতা চলে। নাওৰ মালিকে নাওখেলৰ প্ৰায় এসপ্তাহ আগৰ পৰাই নাওৰ বাহিৰৰ তলি অংশত তেল ঘিউ ঘঁহে যাতে নাওখনত পানী নধৰে আৰু ত্বৰিত বেগে চলিব পাৰে। কোনো কবিৰাজ বা ওজাই যাতে নাওক যাদু-মন্ত্ৰৰ

দ্বাৰা বন্ধ কৰিব নোৱাৰে তাৰো বাবে আত্মীয়াকৈ নাৱৰ মালিকে ব্যৱস্থা লয়। নাওৰ সন্মুখৰ গলটো সোণ-ৰূপৰ পানীৰে ধুৱে, ধূপ-ধূনা জ্বলাই পবিত্ৰ কৰে। পিছত ঘৰৰ পৰা নাও খেলৰ বাবে উলিয়াবৰ সময়ত কুমাৰী ছোৱালীয়ে প্ৰাৰ্থনাসূচক গীত গায়। ঘৰৰ মালিক আৰু তেওঁৰ ঘৈণীয়েকে নাওখন বৰণ কৰি লৈ পানীত নমাই দিয়ে। নাওখনৰ খেলুৱৈ সকলক 'বাইচাল' কোৱা হয়। মালিকে বছা বছা বাইচাল সজাই পৰাই, খুৱাই বুৱাই নাওত উঠাই দিয়ে। বাইচালৰ গলত বন্ধা থাকে ৰঙা ৰুমাল আৰু 'কোমৰত গামোছা। বঠাৰ মূৰত 'ঘুগুৰা' বান্ধি দিয়া হয়। নাওৰ সন্মুখৰ গলত 'গীদাল' থাকে। গীদালে গান আৰম্ভ কৰে আৰু বাকী বাইচাল সমস্বৰে সুললিত কণ্ঠত গান গাবলৈ আৰম্ভ কৰে—

আল্লাৰ নাম বলো বাইচাল টানো

টানোৰে আল্লাৰ নাম বলো বাইচাল টানো

আকৌ গায়—

নাইযোৰী বান্ধেলো শিয়ৰী শিধেলো
আমাৰ বাইচাল যোৰ বৈঠা বায

বৈঠাৰে ঝলকেৰে সৰ্ব অঙ্গ ঝলকে
আমাৰ বাইচাল যোৰ বৈঠা বায

লাঠীখেল ঃ—লাঠীখেল গোৱালপৰীয়া বাসীৰ এটি চমকপ্ৰদ ক্ৰীড়া। কালৰ সোঁতত ই বৰ্ত্তমানে লয় হোৱাৰ পথত। কিন্তু এসময়ত ই সমাজত বিশেষ প্ৰতিপত্তি লাভ কৰিছিল। মহৰম আৰু বিহু উৎসৱত লাঠী খেলৰ প্ৰতিযোগিতা হৈছিল। এই খেল চায়ো দৰ্শকে আনন্দ পাইছিল। কিন্তু এইবিধ খেল অতি দুঃসাহসিকতা পূৰ্ণ। খেলত খেলুৱৈ সামান্য ভুল কৰিলেই কষ্ট ভোগ কৰিব লাগিছিল। সেয়ে খেলত খেলুৱৈ অতি পাকৈত আৰু সাবধানী হব লাগিছিল।

লাঠী খেলৰ খেলুৱৈ সকলক 'লাঠীয়াল' কোৱা হয়। খেলৰ

প্ৰতিযোগিতাত শ্ৰেষ্ঠ লাঠীয়াল বিলাকক বাছি লোৱা হয়। বহু সময়ত এই লাঠীয়াল বিলাকক টকা-পইচা, বা সোণৰূপৰ পদক দি উৎসাহিত কৰা হয়। এসময়ত সমাজত এওঁলোকৰ এক বিশেষ স্থান আছিল। সমাজৰ পৰা এওঁলোকে সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

লাঠী খেলত অঞ্চলৰ ডেকা সকলে ৮/১০ জন লগলাগি লাঠী খেলৰ দল সাজিছিল। খেলত ঢোল, কোৰ্কা, শ্বানাই আদি বাদ্য-যন্ত্ৰ ব্যৱহাৰ কৰা হৈছিল। দুই দলৰ মাজত যেতিয়া প্ৰতিযোগিতা আৰম্ভ হয় আৰু খেল চলাৰ লগে লগে যেতিয়া বাদ্যযন্ত্ৰৰ সুৰে আকাশ বতাহ আনন্দ মুখৰ কৰি তোলে সেই দৃশ্য দৰ্শক-মণ্ডলীক মোহিত কৰি পেলায়। খেলৰ লাঠীয়ালবোৰে এজন মানুহৰ সমান অৰ্থাৎ চাৰি পাঁচ ফুট দীঘল বাঁহৰ গোড়াৰ লাঠী বনাই লয় আৰু সেই লাঠীৰে অতি কৌশলেৰে বিৰোধীপক্ষক মাৰি পৰাজিত কৰিবলৈ চেষ্টা কৰে। ই এটা যুদ্ধ কৌশল মাথোন। খেল চলি থকা সময়ত মনে হয় যেন ই এখন যুদ্ধ ক্ষেত্ৰহে। লাঠী খেলত সাধন কৰাও হয়। সাধন কৰা শ্ৰেষ্ঠ লাঠীয়াল এজন লাঠী চলোৱাত ইমান পাৰ্গত হয় যে লাঠী তাৰ শৰীৰৰ আগে পিচে, সোঁৱে বাৱেঁ আৰু মূৰৰ ওপৰ ফালে অত্যন্ত তীব্ৰ বেগে ঘূৰোৱাত লাঠী নেদেখা হৈ পৰে। তেনে সময়ত বিৰোধীপক্ষৰ তেওঁলৈ কৰা তীৰ, জোং, খাপৰ ভাঙি চিঙি চুৰমাৰ হৈ চিটি পৰে। সাধনৰ গুণত লাঠীয়ালজন মূৰৰ ওপৰত লাঠী ঘূৰাই ঘূৰাই মাটিৰ পৰা এহাত/ডেৰহাত লৈকে ওপৰলৈ শূন্যত উঠিবলৈ সক্ষম হয়। তেনে লাঠীয়ালৰ সন্মুখত কোনো পক্ষে তিষ্ঠিব নোৱাৰি শত্ৰু বা বিৰোধী পক্ষ পলাই পত্ৰং দিয়ে। এনে লাঠীয়াল এসময়ত সমাজত বিশেষ প্ৰতিপত্তি লাভ কৰিছিল।

গোৱালপাৰা জিলাত বিশেষকৈ চৰ অঞ্চলত লাঠীয়াল সকলক একালত উৎসাহিত কৰা হৈছিল বহু পৰিমাণে। তাৰ কাৰণো আছিল যথেষ্ট। জিলাখনৰ জমিদাৰ, তালুকদাৰ, জোদ্দাৰ আদি সকলে লাঠীয়ালৰ পৃষ্ঠপোষকতা কৰিছিল। জমি, তালুক বা জোং দখল হেতু।

নাওখেলৰ গানৰ লগে লগে গীদালে গোৱালপৰীয়া কুশান,

ভাশান যাত্ৰাৰ আদি গানৰ পয়াৰ গাই যায় আৰু বাইচাল সকলে সেই গান ধৰি যায়। সঁচাকৈয়ে ই দৰ্শকবৃন্দক মোহিত কৰি তোলে। খেলৰ পৰিচালনা সমিতিয়ে দুখনকৈ নাও প্ৰতিযোগিতাৰ বাবে খেলিবলৈ দিয়ে। জিকা নাওখনৰ লগত আন দলৰ জিকা নাৱোৰ সৈতে খেলিবলৈ দি খেল চূড়ান্ত কৰি দিয়ে। খেলৰ সময়ত কেতিয়াবা এখন নাৱ আনখন নাবক খুন্দা লগাই দি পৰাজিত কৰিবৰ চেষ্টা কৰে। তাৰ বাবে নাৱৰ গুৰিয়াল আৰু বাইচাল সাবধান থাকিব লাগে যাতে বিৰোধী পক্ষই ক্ষতি কৰিব নোৱাৰে। খেল চলি থকাৰ সময়ত প্ৰতিযোগী সকলে খেলত জিকিবলৈ আপ্ৰাণ চেষ্টা কৰে। খেলুৱৈ সকলক উৎসাহিত কৰিবৰ বাবে তেনে উৎসাহমূলক কেতবোৰ গীত গোৱা হয়। গীতবোৰ গোৱাৰ লগে লগে বঠা মৰা হয়। নাও তেতিয়া তুমুল বেগে চলিবলৈ ধৰে। কোনো কোনো ঠাইত এই নাৱ খেলক 'বাইচ' খেল বুলিয়ো কোৱা হয়।

জিলাখনৰ কোনো কোনো ঠাইত সাধাৰণতে দুৰ্গাপূজাৰ দেৱী বিসৰ্জন দিবৰ দিনা নাও খেলৰ ব্যৱস্থা কৰা হয়। দেশ বিভাজনৰ আগত দূৰ দূৰণিৰ পৰা যেনে ৰংপুৰ, যাত্ৰাপুৰ, গীতালদহ, কৃষ্ণাই, হাউলী, বৰপেটা, মানিকাচৰ আদি ঠাইৰ প্ৰতিযোগী সকল আহি খেলত অংশ গ্ৰহণ কৰিছিল। বিভিন্ন ঠাইৰ বিভিন্ন ৰং বিৰঙৰে সুসজ্জিত নাওখেল সঁচাকৈ দৰ্শকৰ মন প্ৰাণ জয় কৰিছিল। নাওখেলত শ্ৰীকৃষ্ণই ৰাধিকাক নাৱৰীয়াৰ বেশেৰে যমুনা নদী পাৰ কৰাৰ বৰ্ণনা কৰি গীত গোৱা দৃশ্যও পৰিলক্ষিত হয়—

ও সাদেৰ কানাইৰে
পাৰ কৰি দে মথুৰাতে যাই
যখন কালা বাজায় বাঁশী
তখন আমৰা হলদি বাটি
ও সাদেৰ কানাইৰে।

তেওঁলোকে ধন অৰ্থ দি লাঠীয়াল ভোৰণ-পোষণ কৰিছিল। চৰ এলাকাত মাটি উভৈনদী। নদীয়ে এপাৰে জমি খনাই নিয়াৰ লগে লগে আনপিনে চৰ পেলাই নতুন জমিৰ সৃষ্টি কৰে। সেই জমি দখল কৰিবৰ বাবে জমিদাৰ, তালুকদাৰ বা জোতদাৰ সকলৰ

মাজত প্ৰতিযোগিতা চলে। জমিদাৰৰ আহ্বানত তালুকদাৰ আৰু তালুকদাৰৰ আদেশত জোতদাৰ ভোৰা-পোষণ কৰা লাঠীয়াল বা ভাৰা কৰা লাঠীয়াল লৈ চৰত বা নতুন জমিত নামি পৰে। আৱশ্যক বোধে শত্ৰু বা বিৰোধী পক্ষৰ লগত লাঠীৰে যুদ্ধ চলে। এইদৰে মাটি দখলৰ বাবে লাঠীয়ালৰ ভূমিকা আছিল বিশেষ মন কৰিবলগীয়া। ভাৰতবৰ্ষ বিভাজন হোৱাৰ পূৰ্বে পশ্চিম ফালৰ জিলাবোৰৰ পৰা লাঠীয়াল ভাৰা কৰি আনিও গোৱালপাৰা জিলাৰ জমিদাৰ বা জোতদাৰ সকলে মাটি দখল কৰিছিল। মুঠতে তেতিয়াৰ দিনত লাঠীয়ালবোৰে জমিদাৰ বা জোতদাৰ সৈন্যৰ ভূমিকা পালন কৰিছিল। যিজন জমিদাৰে অধিক সংখ্যক আৰু নৈপুণ্যতা লাভ কৰা লাঠীয়াল ৰাখিছিল তেবেই জমিদাৰী বঢ়াই বা নিজৰ জমিদাৰী ঠিক ৰাখিব পাৰিছিল। জোতদাৰ সকলেও ভিতৰুৱাকৈ লাঠীয়ালৰ হতুৱাই নিজৰ জোতৰ সীমা বৃদ্ধি কৰিছিল বা ঠিকে ৰাখিছিল।

এইদৰে গোবালপাৰা জিলাত চৰ অঞ্চলত লাঠী খেলৰ চৰ্চা প্ৰতিথন সমাজতে বিশেষ স্থান অধিকাৰ কৰিছিল।

গোৱালপাৰা জিলাৰ চৰ অঞ্চলত লাঠী খেলৰ দৰে "ছুৰ খেল" বুলি আন এবিধ খেলৰ চৰ্চাও হৈছিল। এইখেল লাঠী খেলত কৈয়ো অতি মাৰাত্মক আছিল। এই খেলত খেলুৱৈয়ে কৌশল আৰু বুদ্ধিমত্তাৰ পৰিচয় দিব লাগে। আগৰ দিনত বজাই যি ধৰণে যুদ্ধ কৰিছিল ঠিক সেই ধৰণৰ এটা যুদ্ধৰ কৌশল এই ছুৰ খেলাৰ মাজত ফুটি উঠিছিল। দুটা দল সৈনিকৰ বেশত সোঁহাতত তৰোৱাল বা তাৰ পৰিবৰ্ত্তে ছুৰি আৰু বাওঁহাতত এখনকৈ বেতৰ ঢাললৈ সন্মুখ যুদ্ধত যেন নামি পৰিছিল। এই খেলৰূপ যুদ্ধত শত্ৰুক মাৰাৰ এটা কৌশল দেখুৱা হৈছিল। দলগত ভাবে প্ৰকাশ্য যুদ্ধত নামি দুয়োদলৰ মাজত তুমুল প্ৰতিযোগিতা চলে। যুদ্ধ আৰম্ভ হোৱাৰ লগে লগে ঢোল, কোৰ্কা বা শ্বানাইৰ বাজনা চলি খেলৰ ময়দান "মাতোৱাৰা" কৰি তোলা হয়। এই খেলৰ দ্বাৰা কি ধৰণে শত্ৰুক বা বিৰোধী পক্ষক পৰাজিত কৰিব পৰা যায় তাৰ কৌশল চৰ্চা কৰা হৈছিল।

গোৱালপাৰা জিলাত লাঠী খেলৰ লাঠীয়াল সকলক উৎসাহিত

কৰাৰ দৰে জমিদাৰ বা জোতদাৰ সকলে এই ছৰ খেলত পাৰ্গতালি লাভ কৰা খেলুৱৈ সকলক মাটি দখলকৰাৰ একেই উদ্দেশ্যে উৎসাহিত কৰিছিল আৰু লালন-পালনৰ বাবে অৰ্থ সামগ্ৰী আগবঢ়াইছিল।

জিলাখনত বৰ্ত্তমানে লাঠীখেল, ছৰখেল বা নাও খেলৰ প্ৰভাব একেবাৰে কমি গৈছে। আধুনীকত্বৰ বাবে পুৰণি কৃষ্টি সমূহ লয় পোৱাৰ পথত। অথচ এইবোৰ খেল এসময়ত শৰীৰ চৰ্চাৰ ক্ষেত্ৰতো বিশেষ সহায়ক আছিল। মানুহ চহৰমুখী হৈ পৰিল, লগে লগে সমাজত খেলবোৰো নোহোৱা হবলৈ ধৰিলে। কিন্তু আধুনিকত্বৰ প্ৰতি আকৃষ্ট হৈ মানুহ যিমানেই চিন্তা চৰ্চা নকৰক, এই নাওখেল, লাঠীখেল বা ছৰ খেলৰ গুৰুত্ব যথেষ্ট আছে। শৰীৰ চৰ্চাৰ ক্ষেত্ৰত ইয়াৰ যে অপৰিসীম প্ৰয়োজনীয়তা আছে তাক নুই কৰিব নোৱাৰি। সমাজত এই খেলবোৰৰ বহুল প্ৰচলন পুনঃ লাভ কৰক, গোৱালপৰীয়া পুৰণি কৃষ্টি জীয়াই থাকক, এয়ে কাম্য।

———